# প্ৰেয়সী



লক্ষ্মীনন্দন বৰা

জ্ঞান মন্দিৰ

PRFOSEE an anthology of Assamese short stories by Dr Lakshmi Nandan Bora and Published by Bhaben Saikia Jyan Mandir Orang 784114 Darrang Assam
First edition January 1994
Price—Thirty five Only

প্ৰকাশক :
ভবেন শইকীয়া
জ্ঞান মন্দিৰ

প্ৰথম প্ৰকাশ
জানুৱাৰী, ১৯৯৪

প্ৰচ্ছদ পদ্ম সিংহ

মূল্য—৩৫.০০ টকা মাত্ৰ

মুদ্ৰক
দৰং প্ৰিণ্টাৰ্চ
হস্পিতাল ৰোড, ওৰাং

# আগতে কৈ থওঁ

গল্প আৰু উপন্যাস, কাহিনী কলাৰ এই দুয়োটা মাধ্যমত হাত দি মই এতিয়া ভাবিবলৈ বাধ্য হৈছো যে ভাল গল্প এটা লিখা অত্যাধিক পঠনযোগ্য উপন্যাস এখন লি াতকৈ বহুত টান। অবশ্যে সকলোৱে এই কথাত সমৰ্থন নজনাবও পাৰে।

ৰামধেনু যুগত অসমীযা সাহিত্যত গল্প সাহিত্যই পূৰ্ণতা পাইছিল। এতিয' সেই যুগৰ লেখকসকলে খুব কমেই লিখে। চুটি গল্পৰ সমৃদ্ধি ঘটায কাকত আলোচনীযে। অসমত সম্প্ৰতি কাকত-আলোচনী বহুত। অথচ ্াত প্ৰকাশিত বহুত গল্পৰ ভিতৰত আজিকালি আগৰ দৰে মনোগ্ৰাহী ়ল্প পঢিবলৈ পোৱা নেযায। অসমীযা গল্প সাহিত্যত এ্িযা উত্তৰণৰ দিশ এটা বিচাৰি পোবা নেযাব বুলি সাহিত্যৰসিকসকলে বো'াকুই কৰে। তেতিযা ভাবো, গল্প লেখক হিচাপে সাহিত্য জীৱন আৰম্ভ কৰি সম্প্ৰতি উপন্যাসত উঠি ।ৰি লগা এই লেখকজ'না গল্প-লেখক হিচাপে শেষ হে ।'ল নেকি ? তা ব পৰীক্ষা কৰি চালোঁ। উপন্যাস লিখিবলৈ লোভনীয তাগিদা পোবা সত্বেও যোবা ডেৰ বছৰৰ ভিতৰত 'প্ৰেয়সী'ৰ গল্প কেইটা লিখি পেলালোঁ। লিখি সন্তুষ্টও হ'লোঁ। তাকে প্ৰকাশ কৰিবলৈ মন গ ল। উ দ্দেশ্য মাথোন এটাই গল্প লিখি সন্তুষ্টি লাভ কৰা আৰু সহৃদয পঢ়ুৱৈ-সকলক তাৰ ভাগ দিযা।

সংকলনটি যুগুত কৰোঁতে সহায কৰিলে অপৰাজিতা ভট্টাচাৰ্য্যই। তেওঁৰ শলাগ ল লোঁ। ইযাক প্ৰকাশ কৰিবলৈ আগ্ৰহ দেখুওৱাৰ বাবে হীৰেন শইকীযা আৰু 'জ্ঞা া মন্দিৰ'ৰ স্বত্বাধিকাৰী ভবেন শইকীযাৰো শলাগ ল'লোঁ।

লক্ষ্মীনন্দন বৰা

১ নবেম্বৰ, '৯৯৩

ৰাজশ্ৰী পাব্লিকেশ্বন প্ৰাইভেট লিমিটেড
বিহাবাৰী, গুৱাহাটী ৮

## গল্প-ক্ৰম

# মন-হৃদয়ৰ ৰূপ

এতিয়া আৰু সেই দিনবোৰ নাই। এই বৰগছ নোহোৱা ঠাইখনত মোৰ দৰে এডা গছেই বৰগছ। ভাবিলে হাঁহিও উঠে, খাওকতে মনটো ভাবৰে আবৰে। ক'ত খৰ্গেশ্বৰ ককাইদেউ আৰু ক'ত এই অধম বনমালী? খৰ্গেশ্বৰ ককাইদেউৰ ঢোলত প্ৰভুৰ, জগতৰ নিয়ন্তাজনৰ, মহিমা ওলাই পৰে। চলাজ্বল পটপটকৈ। সেই ঢোলত বাৰিষাৰ বৰষুণ হয়, মেঘে গাজে, দেশৰ আঁহ ফলা কথাবোৰে বিননি জোৰে। এযাহে ঢোল! কথাতে কয বোলে খৰ্গ জোৰ ঢোল, দেশ বিযাকুল। আৰু কি ছেও! তাকে শুনি আধা মাত যুটা কেচুবাযো ডেং পাৰি পাৰি নাচে। নাচনীৰতো কথাই নাই।

এতিয়া আকৌ এইফালে মযেই হেনো সাংঘাতিক ঢুলীযা। মোৰ ঢোলত হেনো আখৈ যুটে। মোৰ ঢোলটো যেন ঢোল নহয়, ডেকা-ডেকেৰীৰ উচাটন মনটোহে। এযা মোৰ কথা নহয়। কোনোবা বাতৰি কাকতৰ মানুহে খৰ্গেকাই (মই খৰ্গেকাই বুলি মাতো, সুদামে মাতে খৰ্গে ককাই বুলি)ৰ কথা লিখোঁতে এই অধমৰ কথাও এনেকৈ লিখিছিল। তাকো খৰ্গেকাইৰ প্ৰথম শৰাধৰ দিনা মোক চকুৱে লাবে বাট নেদেখা কৰিছিল। এই অধমনো সেইজন পুৰুষৰ লাযকৰনে? কাজলী পেহীযে কয, সি যদি গমাৰি, তই সৰা গছ তযো মজবুত।

এইখিনি ভৰসা লৈযে মই সুদামক লগত লৈ বাইজৰ আগত ঢোল বজাওঁ। দিনৰ সভাতো, ৰাতি নাটঘৰতে ওখকৈ সজা ভেটিত, কিবা খোলা মঞ্চত। আমাক মটৰ গাড়ীৰে অনা-নিয়া কৰে। ঢুপইচা নোপোৱা

নহয়। পিছে সংসাৰৰ জোৰা নমৰে। ভাগৰ নিমাতী আছিল ভোগৰ জেগা, এতিয়া কঙালৰ জেগা। পাৰোঁতেনো ঢোলৰ বিদ্যা নেওচি 'পোল্‌টি ফাৰাম'ত সোমাওঁ গৈনে? পিছে মালিকটো ভাল কাৰণেহে এনেকৈ এদিন-দুদিন ওলাই আহি ৰাইজক ঢোলৰ খেলা দেখুৱাবলৈ সুবিধা টো পাওঁ। ধইন আমানুল্লা মণ্ডল। তেওঁ কামৰ পৰা অৱসৰ লৈ ডাঙৰ 'ফাৰাম' কৰিছে। তাত মোৰদৰে মানুহ দহটামান আছে। হওক তেও, এনেকৈয়ে দহখন ঘৰ পোহ গৈছে। আমানুল্লাৰ আগ্ৰহ আকৌ যাত্ৰা পাৰ্টিলৈহে। একদম থিয়েটাৰৰ দৰে যাত্ৰা পাৰ্টি। তেও এইবোৰ ঢোল-খোল ভাল নেপায। কিন্তু কাউ-বাউক ধৰিলে মোক ঢোল বজাবলৈ আহিবলৈ না-মঞ্জুৰ নকৰে।

এইবোৰ ভাব সাধাৰণতে মোৰ মগজলৈ নাহে। কিন্তু সেইদিনা চাৰিওৰ বহাগী মেলাত ঢোল বজাই আহি মেলেং পাওতেই মনটোক আৰু দমাব নোৱাৰিলোঁ। বৰ আলিটোতে গাড়ীৰ পৰা নামিলোঁ। লুংলুঙীয়া বাটটোৰে খোজ দিলোঁ। ঢোলটো সুদাগে লৈ গ'ল। আগলতে যাৰ নিমখ খাইছো, গুণ নেগালেও অন্তত তাৰ উপকাৰ কৰাৰ কথা ভাবিব লাগে। মই ভাবিব লাগিছিল আমানুল্লা মণ্ডলৰ কথা। এই সপ্তাহটোত বেচেৰাৰ মনটো বিমৰিষ। ৎচৰৰ গাওকেইখনত আৰু গানকি বাবচোঙৰ কুকুৰা পামতো বেমাৰ হৈছে। তাহাঁ উৰি অহা বেমাৰ। কাৰ সাধ্য তাক ৰোধ কৰেহি। এই বেমাৰে বিলাতী কুকুৰাবোৰকহে, ৰোড, আইলেণ্ড, ব্ৰাইলাৰ আদিকহে বৰকৈ ধৰে। সেয়েহে আমানুল্লা ভয়তে পেপুৱা লাগি আছে। জানোচা তাৰ কুকুৰাবোৰকো পায়হি। মই প্ৰবোধ দি আহিছো। কাইলৈ পুৱাতে পামহি। চহৰৰ পৰা বেজী দিয়া দৰৱ তানিমগৈ। কোনটো দৰবেৰে বেজী দিব লাগে মই জানো। কুকুৰা চৰাইৰ আলপৈচান ধৰা নিয়মবোৰো মোৰ আঙুলিৰ মূৰত। আমানুল্লাৰ মোলৈ পৰম ভৰসা। তথাপি তেওঁ দীঘল আধা পকা ডাটি কোছাত আঙুলিকেইটা বোলাই ছমূনিয়াহ কাঢে।

এতিয়া মই আমানুল্লাৰ কথাহে ভাবিব লাগিছিল। কিন্তু ভাবিছোঁ

খৰ্গেকাইৰ কথা। লগতে ৰম্ভাৰ কথা। কিয়নো নেভাবিন? জেগা আৰু যেন বুজি সেই মতে একোটা কথাই মনক আমনি দিবই। এতিয়া মেলেঙত সোমালেই আকনো কাৰ কথা মনত পৰিব? সেইদৰে চপৰা ভাঙি তামুলীছিগালৈ গ'লে দস্তুৰমতে বোধেন গাঁওবুঢ়াৰ তাহানি পুলিচৰ লগত হোৱা যুঁজখনৰ কথা মনত পৰিবই।

মোৰ মনটো চেবা্ই গৈছে। এতিয়া যদি ৰম্ভা সেইটো ঘৰত নাই? তেনেহ'লে ৰাতিখন থাকিম ক'ত? চিন্তা নাই অৱশ্যে। যিটো কামত আহিছিলো সেয়া নহ'ব। ৰাতি থাকিবলৈ জেগা ওলাব। বনমালী ওজাবনো এইখন জিলাত কোনে চিনি নেপায়? এঘৰত ওলালেগৈযে সকলোৱে আতৌ-পিতৌকৈ ৰাখিব।

এতিয়া আগৰ দৰে জয়াল বাহনিখন নাই। জাগীৰ কাগজ কললৈ বাহ চাল্নান যায় হু বলা। তেনেহ'লে অলপ দিনতে গাওখন টকলা হ'বগৈ। জোনৰ পোহাৰা এতিয়া লু লুভাঁয়া বাটটোত পৰিছেহি। আজব কাণ্ড।

মই ৰম্ভাৰ আগত কি সতেৰে খৰ্গেকাইৰ কথা উলিয়াম? তাই উলিয়াই যদি উলিয়াবে। মই যি মনলৈ আহে তাকে ক ম। দুখৰ কথা ক'বলৈ বৰ টান।

মানুহটো সিমান ওখ নাছিল। মাজত সেওঁতা থকা কিচ কিচ কৈ ক'লা চুলিখিনিৰ কি পেখম। কি বাহাৰ। ঢোপ্ বাওঁতে খৰ্গেকাইৰ চুলি খিনি বৰদৈচিলা আহোতে বাৰীৰ তামোল গছ কেইজোপা হলাদি হালে। মেঘৰ গাজনি শুনি যেন ম'ৰা চৰাযেহে নাচিছে। মানুহটোৰ গাটো আটিল। শিলেৰে বন্ধোৱা শৰীৰ বেমাৰ-এজাৰো চুৰতে বিচুৰ। খোজ নহয় যেন গজপতি গমনহে। পকা কলৰ দৰে বৰণ। মুখখনত কিবা এটা সুকীয়া পোহৰ। কিবা এটা আৰু সুকীয়া গুণ আছিল খৰ্গেকাইৰ। য'তে সি কথা কয়, ত'তে, বিশেষকৈ মানুহৰ জুমত, উত্তম-অধম সকলোৱে দবক লোৱা মাছৰ দৰে থাকি মনপুতি শুনে আৰু খৰ্গেকায়ে কি যে ৰচিয়া কথাবোৰ কয়। কিছুমান কথা শুনি মাজে মাজে মোৰে গাটো কমৰমায়

যায়। দেশৰ দুৰ্গতিৰ কথা কয়। নৰাধম নেতাবোৰে দেশখন ৰসাতলে নিয়াৰ কথা কয়। কেঁকোৰা পোৱালিবোৰে মাকক খুলি খুলি খোৱাৰ দৰে আন দেশৰ পৰা অহা মানুহবোৰে বোলে অসমী আইৰ অৱস্থা দিনে দিনে কাহিল কৰিছে। আইৰ উশাহ-নিশাহ বন্ধ হব খুজিছে। আই দুখৰ বান-পানীত সাঁতুৰি সাঁতুৰি থাউনি পোৱা নাই, তললৈ যাওঁ যাওঁ অৱস্থা। এইখন দেশত আমি হেনো কোনেও থাউনি পোৱা নাই। আমি লাভে মূলে সকলো হেৰুৱাম, আথাউনি পানীৰ তলত আমি শেলেকু বিচাৰিব-লগীয়া হৈ লাগিব। পিছে সময় উকলি যোৱা নাই। আমি কঁকালত টঙালি বন্ধিবৰ হ'ল।

এইবোৰকে কৈ দেশজোৰা ডেকা-ডেকেৰীৰ আন্দোলনত আমাৰ চঞ্চল ডেকা খৰ্গেশ্বৰ ওজাই জাপ দিছে। ঘৰে ঘৰে আৰু মানুহৰ জুমত কথাবোৰ কয়। ৰাতিও খৰ্গেকাইক দিনত কোৱা কথাবোৰে আমনি কৰি শুবলৈ নিদিয়ে। সেইবোৰ কথাৰে পদ বান্ধে। মেল-মিটিঙত সেইবোৰ পদ মুখতো ফুটে আৰু ঢোলতো যুটে। মযো থাকো। মই পিছৰ ডোখৰ টানো। ৰাইজৰ মাত-বোল হবে। ডেকা-ডেকেৰীহঁতে খৰ্গেকাইক সিহঁতৰ আন্দোলনটোৰ শাহটো বুলি ভাবে। কি যে বিয়াগোম আন্দোলন। গান্ধীৰ দিনতো বোলে এনে আন্দোলন হোৱা নাছিল।

পিছে আন্দোলন মানেই বিপদ, মৰণ, পীড়ন, লাঠিৰ কোব, গুলীয়াগুলি। বীৰবো মৰণ, মাজতে ইকৰাবো মৰণ। ভালেমানে প্ৰাণ এৰিলে। বীৰবো মৰণ হ'ল। তাকে ভাবিলেই মোৰ গাৰ তেজে উজনিভাটী কৰে।

খাকী থৈলা পিন্ধা সোপা যেন উজানৰ মাছহে। সিহঁতৰ কি যে 'পৰাক্ৰম। সিহঁতৰ ভয়তে বহুত পলাল, মানে সিহঁতে গোপনে ক ৰবাত ক ৰ-বাত থাকিবলৈ ল'লে। ৰাইজেও সিহঁতক সহায় কৰিলে। আমাৰ খৰ্গেকায়েও তাকে কৰিলে। লগতে মযো। কিয়নো, মোৰো পুলিচৰ বহীত নাম উঠিছিল। এদিন মেলেঙৰ হাটলৈ যাওতে দাৰোগাটোৱে চিনি পাই চিঞৰিলে, "ধৰধৰ এই ভেমেকাটোক"। মই লৰমাৰি মাৰিব নোৱাৰিলো

দুচাটমান পালো। দুদিন হাজোতত অথুৱা চাউলৰ আধা সিজা ভাত খালো। তাৰ পাছতেই আমি দুয়ো পুলিচৰ পৰা আঁৰত থাকিলো। কেতিয়াবা বাঁহতলীত থাকো, কেতিয়াবা পাঠশালা স্কুলৰ বেৰ্কিত দীঘল দি পৰি থাকো। বেছিভাগ সময় থাকো ভিন ভিন গাওঁৰ মানুহৰ ঘৰত। তেওঁলোকে গোপনে গোপনে আমাক বেছি আগ্রহী সোধে। খৰ্গেকাইৰ এতিয়া লগত ঢোলটো নাই, ঢুলীয়াৰ পোছাকো নাই। ময়ো এতিয়া এটা খুটি তাল নোলোৱা পালি। খৰ্গেকায়ে পিছে ভুলতেও এটা বস্তু এৰা নাছিল। এখন ডাঠ বকলা থকা বহী আৰু এটা কলম। এই বহীত মনত পৰিলেই নিজে ভৰা পদবোৰ গোট গোট মুকুতা যেন আখৰেৰে লিখি যায় আৰু ঢোলৰ হেৰাই যাব খোজা ছেওবোৰো।

এনে ছেও লিখাৰ 'বিভ্ৰান্ত'ও এখন মহাভাৰত। এইখন জিলাৰ কোন কোন চুবুৰীত কোন কোন নিশকতীয়া বুঢ়া ঢুলীয়া কলধপ কলধপকৈ জীয়াই আছে, সেই মানুহখিনিৰ নাম খৰ্গেকাইৰ জেনেই ওঠৰ আগত। আমি মনে মনে তাল যাওঁ, তাতে বুঢ়াহঁতৰ ঘৰৰ আলহী হওঁ। খৰ্গেকায়ে কয়, "বুইছ বনমালী, আজি বহুত কাম। বহুত লিখিব লাগিব। এইবোৰ ঢোলৰ আপুৰুগীয়া মাত। বুঢ়াহঁত সিফলীয়া হ'লে এইবোৰো সিফলীয়া হব। মানে লগতে যাব, দেশে নেপাব। এতেকে লিখি ল'ব লাগিব।" সেইবোৰ লিখি যায়। মোৰ ভাব হয়, মুকুতালেখীয়া আখৰবোৰ যেন আখৰ নহয়, একোটা ঢোলৰ চাপৰহে। মোক তাৰ বহু আগতেই কায়ে কৈছিল, "কেৱল তাল বজাই থাকিলেই হ'ব জানো? ঢোল বজাবলৈ শিক।' মই খৰ্গেকাইৰ 'আইগা 'অবইগা' কৰা নাছিলো। এতিয়া ভাবিলেই গাটো জিনজিনাই যায়। খৰ্গেকাই মৰাৰ আগলৈকে এনে বহী দুখন হৈছিলগৈ। এতিয়াহে সেই পৰীযেন ৰূপটো মোৰ মনলৈ আহিছে। বস্তাৰ ৰূপ। 'যৌবনে' দেহ ভৰপুৰ কৰা ৰূপ। পোনতে খৰ্গেকাই ভোল যোৱা নাছিল। চগা হৈ জুইৰ ওচৰলৈ আহিছিল। অৱশেষে তাইক উৰিবলৈ ময়ো হাত উজনি দিছিলো।

তাইৰ গাওঁ খণ্ডীয়াত। তাই খুব ভাল দৈ তৈয়াৰ কৰি ৰাখিব

জানে। এঠা নৈ। পনীয়া বস্তু বুলি ক'বই নোৱাৰি। তাইৰ হাত দুখনত অমৃত আছে। যি বান্ধে তাৰ সোৱাদেই বেলেগ। বোঁৱা-কটাতো তেনেই বিচক্ষণী।

বস্তা থভীয়াৰ সৰুপাই বৰাৰ জীয়েক। বৰ জীয়েক হ'বলা। কাৰণ তাইৰ বয়স দুবছৰ নৌ হওঁতেই মাক ঢুকাল। নৰিয়াটো অচিন আছিল। পুলিবৰৰ বৰকটকী ডাক্তৰেও চিনিব পৰা নাছিল। সৰুপাইৰ ডেকা তেজৰ গৰম সোঁত লেহেমীয়া হোৱাৰ আগতেই এনে হ'ব নেলাগিছিল। সকলোৱে হায় হায় কৰিলে। সিফালে দুবছৰীয়া ছোৱালীজনী ৰাখিব কোনে? তাইক ৰখি থাকিলে পথাৰৰ কামবোৰ কৰিব কোনে? সৰুপায়ে আৰু এজনী চুপালে। নাম ৰমিলা। তাই তেজীমলাৰ মাহীয়েকৰ নিচিনা নহ'ল। বস্তাক মৰমেৰেই ডাঙৰ দীঘল কৰিলে। পিছে নিজৰহে এপ্রাল ল'ৰা-ছোৱালী হ'ল। এয়ে দুখৰ কাৰণ হৈ পৰিল। বাৰুকৈ ৰমিলা আৰু বস্তা কাজী আছিল। নহ'লে এপাল ল'ৰা-ছোৱালীৰে ঘৰখন পোহপাল নগ'লহেঁতেন।

এইবোৰ কথা তাইৰ মুখৰ পৰা নিজ কানে শুনা। তাই মোক কোঁৱা নাছিল। তাকহে কৈছিল। গোপনে। গহীন ৰাতি। চক্ৰবৰ্ত্তীৰ ডাঙৰ পুখুৰীটোৰ পাৰত। তৰাৰ পোহৰতে মই সিহঁতক চিনি পাইছিলো। তেতিয়াৰে পৰা খগেকাইৰ কামত, ঢোলৰ বহীত ছেও লেখাত আৰু পুলিচৰ চকুত ধূলি মাৰি গাঁৱে গাঁৱে ঘূৰি ফুৰাত বৰ উৎসাহ দেখিছিলো। মযো খগে'কাইৰ লগত ছাটোৰ দৰে আছিলো।

এই আন্দোলনৰ সময়তো পিছে বস্তাই বাট চাব নোৱাৰিলে। কিজানি আমাৰ খগেকাইয়েও। সৰুপাই বৰা আমাৰ ঘৰ ওলালহি। পিতাইক ক'লেহি। তেওঁ ক'লেহি খগে'কাইৰ ভিনিহীয়েকক। তেওঁ ক'লেহি খগে'কাইৰ বায়েক বেউলাক। বেউলা স্কুলতে বাঁধী হোৱা তিৰোতা। সংসাৰত মাথোন বেউলা আৰু খগে'কাইহে। দুয়োটা আছিল ঘাট মাউৰা। মোমায়েকে ডাঙৰ-দীঘল কৰি বুজন হৈ নিজে খুটি খাব পৰা হোৱাত বাপেকৰ ভেটিত থ'লেহি। বেউলাই পিতাইৰ কথা শুনি ক'লে,

“কথাটো ভালেই হৈছে। মোৰো তেওঁ এটা লগ হ'ব। পিছে দিল্লী হ'লেই
সেইখন পোনচটেই কোলাহল-কোলাহল হ'ব। প্ৰাৰম্ভতে খুব পাম। দৰাৰ
খোজাখুজিতেই সেইখন মোক 'হেলিকেপ্টাৰ' পঠাইছি। পৰহিকে ...”

পৰহিকে বুলি কৈ যেতিয়াই এটা চমৎকাৰ বুদ্ধি দিলে। হৰ-গৌৰী-
ক্লাবৰ বিয়াৰ সময়তো। পৰহিকে নেহেৰুৱিটিৰ মছজিদত বাহি বিয়াখন
পাতিলেই হ'ব। কথাটো হুলস্থূলকৈ প্ৰকাশ হ'ল। বজাৰ সেউজ্জ্বাত সেন্দুৰ
পৰিল। পাকিস্তানী পলাই এজনী গোৱালী পেলিছে। পিছে কোনেও দু দু
বা কা নকৰিলে। এয়া পৰ্ব্ব বিয়া নাছিল, মুছলিমৰ বৰ পূজাৰীয়ে
'সওচকিত' মাতি পতা দিয়াছে।

পলৰীয়া খৰ্গেকাই মাহটোত কেল্লাবাৰো মেলেঙলৈ অহা হ'ল।
ইকালে চৰকাৰে দেশৰ মানে ল'বা বোৰক হালে হালে সাঙুৰি জেললৈ
নিছে, পিটিছে, গুলিয়াই মাৰিছে। এয়া যেন মানৰ দিনহে আছিল।
মোকো পুলিচে ধৰিলে। হাজোতত যে কি পিটন! পাঁচ দিনমান মোৰ
গাটো উখহি আছিল। পাছত জেল হ'ল। এদিন জেলতে শুনিলো, খৰ্গে-
কাই গুলি খাই মৰিল। সেইবোৰ বহুত কথা। পুলিচলৈ কেৰেপ নকৰি
বাইজে শ-টো লৈ ডাঙৰ 'পছেচন' কৰিলে।

উকা কপালৰ বস্তাক মই তেতিয়াবে পৰা ছবাৰহে দেখিছিলো।
এবাৰ বেঙ্গলাৰ লগত। যোৰহাটৰ বুঢ়ী গোসানীৰ থানত। একেলগে
দুজনী জীয়া গাভৰুক বাৰী তিৰোতাৰ বেশত দেখি সিহঁতৰ মলিন মুখ
দুখন দেখিও মোৰ বৰ বেথা হৈছিল। সিহঁতৰ লগত ভালকৈ কথাই
পাতিব পৰা নাছিলো। বস্তায়ো সেপ ঢুকি কথা কোৱাৰ নিচিনাকৈ মোৰ
লগত দু-এবাৰ কথা পাতিছিল। হয়তো মোক দেখি তাইৰ খৰ্গেকাইলৈ
মনত পৰিছিল। হয়তো পুৰণি দিনৰ ভালেমান কথাও। তেতিয়াই মই
পুৰা ঢুলীয়া। মই বনমালী ওজা। মোৰ সুদাৰৰ ঘৰে এটা খালিও আছে।

আক এবাৰ পাইছিলো চহৰতে। ভাল সময়তে। আন্দোলন কৰা
ল'ৰামখাই ৰাজপাট খোৱাৰ সময়তে। বস্তা কেহাৰীলৈ টকা দিবলৈ
আহিছিল। ল'ৰামখাৰ চৰকাৰে তাইক মাহে মাহে অলপ টকা দিয়াৰ

'বেলুন' কৰি দিছিল।

মই তাইলৈ অলপকৈ চালো। কপাল উকা, সেওঁতাও উকা। তথাপি দেখি বেয়া লগা নাই। বৰ মোহ লগা মুখ। মানুহৰ মন টানিব পৰা বিধৰ। কপালত মেখেলা-চাদৰেই পিন্ধিছে। কিন্তু পৰিচিত বেঙেনাৰঙী ফুল। বাদামী ৰঙৰ চৌ মাথন বঙৰ। তাই ভালেই কৰিছে। বাৰী হ'ল বুলি সদায় দুখকে বিয়াই থাকিবনে? জগতখন সদায় ৰঙচুৱা। সকলোৱে মনত আৰ্কণমান ৰং নেলাগিলে মানুহ কিহৰ ভৰসাত জীয়াই থাকিব। গোটাই মানুহে কোৱা পিটো জনমতৌ কেনেকৈ সজাত খাখিম? এই জীৱনেই সকলো। ইয়াতে সকলো পোহৰ, সকলো এন্ধাৰ আছে। সকলো ৰং আছে। বস্তাক দেখি সময়ক শলাগ ল'লো। সময় এক প্ৰকাৰ বেয়াও, এক প্ৰকাৰ ভালো। সময়ে ডেকাক বুঢ়া কৰে, ভালকো বেয়া কৰে; পিছে অগিয়ানীকো গিয়ানী কৰে, বেযাকো ভাল কৰে আৰু আটাইতকৈ ডাঙৰ কথা হ'ল, আগৰ শোক-তাপবোৰ পাতলাই পেলায় নাইবা মাইকিয়া কৰি পেলায়। বোধকৰো বস্তাৰো সেযে হৈছে। তাইৰ মুখখন আৰু তিৰবিৰ চকুহাল যিকোনো এজনী গাভৰু ছোৱালীৰ দৰেই লাগিল।

মোক দেখি তাই উত্ৰাৱল হ'ব বুলি ভবাও ভুল। পিছে তাই খুব ভাল যেন লাগিল। মই যেন মানুহৰ জংঘলৰ এটা সাধুকথাৰ কোঁৱৰ। ৰাস্তাত বেছি কথা ক'ব নোৱাৰি। সিকালে মটৰ আৰু বিক্সাৰ পেঁ-পোঁ ভোঁ-ভোঁ। আমি ওচৰৰে চাহৰ দোকান এখনত বহিলো।

—পেকেটটো কেতিয়াৰ পৰা?

—দুমাহ মান হৈছে।

—কেনেকৈ পালি?

—এনেয়েই ঠিক কৰি দিছে।

—অকলে আছি দিগদাৰ পোৱা নাই?

—মিনিটে মিনিটে গাড়ী, বাছো, সক সক গাড়ীও।

—বেতনাৰ কেনে?

—অ', নেজান হবলা ? জেনেহঙ্গে তোক ভালেমান দিন পোৱা নাই। হেজাৰ হওঁক তেজ-মঙহৰ শৰীৰ। পঞ্চাশত হ'লে বেয়াইক কুচ্কাচ কথা নাই নেকি। মানুহজনলৈ পুতৌ হৈছিল কিজানি। আনকি দেৱানন্দ সুন্দৰ হলে মানুহেও ক'লে যোলে আজিৰ দিনত কোনো সংসাৰে পখী হৈ থাকিব নোপাৰ। কি কৰ ?

—আচলতে কথাটো কি ? ভোৱোৱাই নিলে ?

—ঠিক ধৰিছে। এৰা, ইমানবোৰ ঠাইত ঢোল বজাই কুৰা মানুহটোৰ এইৰূপ বুদ্ধিও নহ'বনে ?

—কাৰ লগত ?

— চমুৰাৰ লগত। পবিত্ৰ চমুৰা। কৈকুৰিটোৰ কাষত যে গেলামালৰ দোকানখন আছে, তাৰ মহাজন। টুকটাকৈ চলি থাকিব পৰা দোকান। মাজুলীৰ বানপানীয়ে খেদা মানুহ।

—সম্পৰ্কটো কেনেকৈ হ'ল ?

—বেচি সময় নেলাগে নহয়।

তাই বড়িয়াকৈ হাঁহিলে। শবদো হ'ল। হঠাতে মুখখনৰ আঁহি-পাহবোৰ মুকলি হ'ল, জাপ খাই থকা ফুলপাহি মেল খোৱাৰ দৰে। তাই ইঙ্গিতেৰে কথা কব পৰাও হ'ল। নহ'লে এনেকৈ নকলেহেঁতেন, হেজাৰ হওঁক, তেজ-মঙহৰ শৰীৰ। ইযাৰ বহুত অৰ্থ। বিহুগীতত্তো ইমানবোৰ অৰ্থ লুকাই থকা নাই।

মোৰ মনত ভেজাল কথা কেইটা সোমালত মই বস্তালৈ টিধাচিধি চাব নোৱাৰা হ'লো। তললৈ চাই থাকিলো।

—এতিয়া লগত কোন থাকে ?

—পুনৌ। মোৰ ভাইটো। বৰ অথাইতং। অনবৰত অলো-তলোকৈ ফুৰি ফুৰে। ৰাতি কোনোবাই পোলা কাটি সোমালেও উপায় নাই। তাৰ মৰটোপনি। তাক চালপীৰাৰ সৈতে দাঙি নিলেও সি গম নেপাব। তাঁত-শালখন নথকাহেঁতেন মই অকলশৰে থকা হেতু বলিয়া হবলগীয়া হ'ল হয়হেঁতেন। তাইতেও পিছি দিছি।

মোৰ মনটো চেপাই ধ'ল। মই তাইক ভালে থাকিবলৈ কৈছোঁ। থাকিবৰ সুবিধা আছে অৱশ্যে। আমাৰ দুয়োটাই আনো সুখী দিব। মই এতিয়া মৈথাকিলৈহে হাহাকাৰ।

তাৰ পাছত "আক বস্তাক" দেখা পোৱা নাই। প্ৰায় চাৰি মাইল বাট আহিছো। এটাও চিনাকি মানুহ দেখা নাই। দেখিলেও চিনিবৰ উপায় নাই। তৰাৰ পোহৰত মাথোন বাটটোহে ধৰিব পাৰিছো। পিছে আমনি লগা নাই। ভাবেৰে মোৰ লগৰীয়া হৈছে।

ঘৰটো প্ৰায় দুহালিচা মাটিৰ চৌহদৰ এমূৰে। চৌতাল-তোতাল নাই। চৌহদত ঘাঁহনি। ডবি দিয়েই ধৰিব পাৰিলো। ঘৰটোৰ ভিতৰত জ্বলি থকা চাকিটোৰ কালে পোনালো। মই মাত দিলো। তাই ততালিকে দুৱাৰ খুলি নিদিলে। মোৰ মাতটো শুনিহে হাতত চাকিটো লৈ দুৱাৰৰ ভাংডাল খুলি দিলে। তাই মোক দেখি আচৰিত ভাব এটা নেদেখুৱালে। প্ৰথমতে পোৱা খোটালিটো আহল-বহল। তাত দুখন পীৰা, এটা বুঢ়া আৰু দুখন বেঞ্চি। এখন বেঞ্চিত পুনো নিচা কৰা মানুহৰ দৰে লাংখাই পৰি আছে। ফুট গধূলিতেই তাৰ দুৰ্ঘোৰ টোপনি। তাইলৈ চোৱাত বস্তাই ক'লে, "আগবেলা খেলায় ভটা-গুটি, বিয়লি ধৰাব টেঙাৰি বল। পঢ়িবলৈ বহিলেই তাৰ চকু জাপখাই আহে।"

—তেনেহ'লে সি বঢ়িয়া খৰৰখীয়া হৈছে।

—মাথোন সাক্ষীগোপাল।

তাই মোক, আথে-বেথে চা-জলপান খুৱালে। ইতিমধ্যে তাইৰ সকলো খা খবৰ ল'লো। মোৰ কথাও ক'লো। মই যাবলৈ ওলালো। তাৰ পৰা আধা মাইলমান গ'লেই গহীন অৰণ্যৰ মাজ। তাতে ৰাতিটো কটাম বুলি ভাবিলো।

—তেনেহ'লে আহিছিলি কিয় ?

ইয়াকে কৈ তাই মোলৈ এনেকৈ চালে যে সেই চাৱনিত মোৰ সেই পূৰ্বি যোৱাৰ অৱস্থা। সেই চাৱনিয়ে বহুত কথা ক'লে। তথাপি মই

আগুৱাই আছিলো। জীৱনত কেতিয়াও এনে অৱস্থাৰ মুখামুখি হোৱা নাছিলো। এনে কাণ্ড ঘটিব বুলি মই সপোনতো ভবা নাছিলো।

মই লাহেকৈ দুৱাৰৰ ডাংডাল খুলিলো। তাই কিজানি তাইক 'অৰইগা' কৰা বুলি ভাবিলে। আশাত আঘাত কৰিলে কিজানি সকলো-ৰেই এই অৱস্থাত বাঘিনী হয়। তাই মোৰ হাত এখনত জোৰেৰে খামুচি ধৰিলে। বাঘিনীৰ হাতোৰা যেন হাত। তাইৰ মাতটো কঁপা কঁপা।
—বাতিটো আছিলেই মৰিম মৰিম লাগে। তইঁতে সুবুদ্ধ। অকলশৰীয়া হৈ মনটো চম্ভালি পাইছ জানো? মই ভাবিছিলো তই ইমান নিদাৰুণ নহয়।
– পিছে পিছে ইযাৰ

মই কি ক'ব খুজিছো, নিজেই ক'ব নোৱাৰো। বৈ গ'লো। হতভম্ব হৈ বেৰখিনত বহিলোগৈ। তাই দুৱাৰৰ ডাংডাল মাৰিলে। মই ঠাণ্ডা মগজেৰে কথাখিনি ভাবিব পৰা হ'লো। এতিয়া ভেজাল হৈ পৰা মনটোক শাসন কৰি যদি ইয়াত পুনৌৰ দৰে তক্তা এচলাৰ দৰে পৰি থাকো, তেতিয়াও মোৰ চেতনাই আঘাট পাব। তেনে নহ'লেও পাচদিনা দেখোন গোটেইখন ৰৌজাল-বৌজাল লাগিব। ৰম্ভায়ো এইখন গাওঁত থাকিব নোৱাৰা হ'ব আৰু মোৰো গাঁৱে গাঁৱে ওজা বোলোৱাৰ মুদা মৰিব।

ৰম্ভা কাষৰ আন্ধাৰ খোটালিটোলৈ গ'ল। মই তাইৰ উচুপনি শুনিলো। এই উচুপনিয়ে মোক বশ কৰিলে, মোৰ সকলো মনৰ বিচাৰ আৰু যুক্তি তল পেলালে। মই যেন এটা সাপহে। অকণো শব্দ নকৰাকৈ উচুপনিটোৰ যালে গৈ থাকিলো। গাত হাত দিযাৰ লগে লগে তাই থিয় হ'ল আৰু মোৰ বুকুত সোমাই পৰিল। এনেকৈ ভালেমান পৰ থকাৰ পাছত তাই ক'লে, "মই জানো, বনমালী এনেকৈয়ে এদিন আহিবহি। সেইদিনা চহৰত তোক দেখিয়েই বুজিছিলো।"
ইমান উত্তাপ, ইমান লালসা। ইমান মৰম। ইমানবোৰ জীয়াই থকাৰ আঁচনি। এইবোৰ বুকুত বান্ধি ইমান দিনে তাই কেনেকৈ দিন নিয়াইছিল? ইচ্ছাৰ লগত নিৰোধ হৈ দিন পাৰ কৰাটোহে কিজানি কলংক।

এবাতিৰ ভিতৰতে সকলো সহজ হৈ পৰিল। আমি যেন যুগ যুগৰ চিনাকি।

চৌকাঘৰ জগতখন মোৰ চিনাকি। মই নিজকে নিন্দুকৰ পৰা কেনেকৈ বচাই ৰাখিব লাগে জানো। গতিকে কাউৰীয়ে কা কৰাৰ আগতেই মই যোৰহাটৰ ফালে যোৱা ৰাজআলিটোত উঠিলো। মনত পৰিতাপ লেশমানো নাই। নিজৰ জগতখন এতিয়া বিচাৰি পাইছো। এইখন জগতত পাপ আৰু পুইনৰ মাজত থকা বেৰখন তেনেই পাতল কিজানি।

এখন মালবোজাই কৰা 'টাটা ডিজেল' গাড়ী দেখি হাত দাঙি দিলো। তাতে উঠি বেলি ওলোৱাৰ আগতেই পুলিবৰ পাই হৰি হৰি মানিলো। দুদিনতে বাৰু এনে অৱস্থা হব লাগেনে? বতাহত অহা বেমাৰটোৱে আমাৰ কুকুৰা পামখনকো ছানি পেলালে। পামৰ কাষত এদম মৰা কুকুৰা। ঘৰটোৰ ভিতৰত থকা কুকুৰাকেইটাও কলপ খলপ কৈ বাচি আছে। ইহঁতো মৰিব। আমানুল্লাৰ তলত কাম কৰা ল'ৰা কেইটাৰ মনবোৰ মৰা। পোহপাল দি থকা কুকুৰাসোপাৰ দুখতো, নিজৰ ৰোজকাৰ হেৰুওৱাৰ ভয়তো। আমানুল্লাই আৰু এনে কচুপাতৰ পানী যেন ব্যৱসায়টো ৰাখি নথ'ব। কালি সন্ধিয়াতে মনৰ দুখত সি এই ল ৰাকেইটাক কথাটো ক'লে। পিছে মই নথকাৰ কাৰণে কুকুৰাবোৰ মৰিল বুলি ক'ব নোৱাৰি। আমানুল্লাৰ ভায়েক কুতুবে মপেদ নামৰ ভটভটীখন চলাই হাঁহ-কুকুৰা পালন বিষয়াৰ 'আপিচ'ৰ পৰা ৰোগ হ'ব নোৱাৰা বেজি দিয়াৰ দৰবো আনিলেগৈ। বেজিও দিয়া হ'ল। কিন্তু কামত নাহিল। তেনেই গুণ নথকা দৰব হেনো। ফল দিব পৰা দিন উকলি যোৱা দৰব। তদুপৰি সিহঁতে ৰাখিছিলে যেনেকৈ তেনেকৈ। এনে দৰবে আন কেবাখনো কুকুৰা পামত কাম দিয়া নাই। অথচ আক্ৰামৰ 'হিউ-ভেট' ঘামেচীৰ পৰা কিনা বেজীৰ দৰবে হেনো বালিগাঁৱৰ মঞ্জুৰা হাজৰিকা, পকামুৰাৰ সোনাই মহৰী, চেউনীগাঁৱৰ ৰাতিৰাম আৰু কেন্দুগুৰিৰ জগত নেওগৰ কুকুৰাবোৰ বচালে।

তেতিয়াহে গৈ লগ ধৰোতে আমানুল্লাই দুখ মনেৰে মোক এই কথাখিনি ক'লে। মোৰো বুকুখন শিঁয়ৰি উঠিল। মোৰো দেখোন ৰোজকাৰ

বন্ধ হ'ব। খাম্ কেনেকৈ? সিকালে জীৱনৰ ইটো অধ্যায়ৰ খাপত খোজ দিব খুজিছো।

এবা, মই ভৱাটো কথাই ফলিয়ালে। আমাম্ভুল্লাই খণ্ডতে মাটি ভৰাবে সৈতে কুকুৰা থকা ঘৰবোৰ বেছি পেলাশে। পাঞ্জাবী এটাই কিনি ল'লে। কুকুৰা পুহিবলৈ নহয়, মটৰ গাড়ী মেৰামত কৰা কাৰখানা এটা বহুৱাবলৈহে।

মই নিঠৰুৱা হ'লো। বস্তাক কথাটো জনাওঁ কেনেকৈ? সিফালে ঘৰতো মাটি-বাৰী নাই। কেৱল ভেটিটোহে আছে। মই গুপজাব আগতেই বংক মহাজনে আমাৰ কপিত মাটিখিনি চক্রান্ত কৰি লৈ পেলালে হেনো।

মোৰ চাকৰি যোৱাৰ গম পাই সুদাম্ ওলালহি। সি বিমৰিষ মনটোৰে বহিহে থাকিল। একো নক'লে। এবাটি চাহ খোৱাৰ পাছতহে তাৰ মাতটো ওলাল। সি ক'লে, "কেৱল ঢোল কোবাই কোবাই জীয়াই থাকিব নোৱাৰি। কমিউনিচ দেশত পাৰিলোহেঁতেন। মেখাই ওজাই এনে বুলি এদিন কৈছিল। আজি মোৰ তালৈ যাওঁ ব'ল।"

সুদামৰ ঘৰতে পালো তাৰ পেহীয়েকক। ঘৰ শিৱসাগৰত। আমাৰ দুটাৰ মনবোৰ গোমা গোমা দেখি তেওঁ ক'লে, "হাত দুখন থাকোতেনো ভয় কৰণে? হেৰ, পেহাৰৰ কথাটোৱেই নেচাৱ কিয়? অ' এন জি চিত্ত মিস্ত্রী কাম কৰিযেই কোঁৱৰ গাঁৱত পকীঘৰ সাজিব পাৰিছে।"

তেওঁ আমাক শিৱসাগৰলৈ নি আমাৰ কিবা এটা গতি লগাব বুলি ক'লে। আমি হাততে সৰগ ঢুকি পালো।

সুদামৰ পেহাকৰ নাম পথালি। পিছে মানুহটো পথালিয়ে বঢ়া বিধৰ নহয়। ওখত মোৰ সমানেই। প্রায় ছফুট। মাতটোহে ছুটা, অস্তৰথন মাখন যেন। পথালি পেহাদেৱে আমাৰ দুয়োৰে হাতত পাঁচ খনকৈ এশটকীয়া খমখমীয়া 'লোট' দি ক'লে, "তহঁতবে ভাগ্য। কালি বনাচ পাইছিলো। ইয়াৰে আৰম্ভ কৰ। সাধ্যতে অ' এন জি চিত কাম নেপাব। কুৰ্তাইহঁতক পইচা দিব লাগিব। দহ হেজাৰকৈ অলায়ক হ'লেও

কামটো পাবি, কিন্তু তই ইমান ঔথ-পাথ মতগজ ভেকা যদিও টকা নেপালে সিহঁতে চকিদাৰ কামটো তোক নিদিয়ে।

এদিনৰ ভিতৰতে দুটা ডাঙৰ কথা শিকিলো অ' এন জি চি মানে হেনো তেল-গেছ কোম্পানী আৰু ধনাচ মানে দৰমহাত বাদেও পোৱা ধন। এই কোম্পানীত চকিদাৰ পদটোও উলা মূল্য নহয়।

এটা ঘৰ ভাৰা ল লো। সুদাম পেগুকৰ ঘৰত থাকিল। মই অলংকাৰ ফুকন নামৰ তেল-গেছ কোম্পানীত ঘৰ সাজি থকা ঠিকাদাৰ এটাৰ লগত কাম কৰিলো। সি দিয়া গাড়ীত উঠি মই ইটা আনিব লাগে, বাঁহ-কাঠ যোগাৰ কৰিব লাগে আৰু তাকে কৰিবলগীয়া নোহোৱা কেইদিন মহৰী হ'ব লাগে। দেছুৱালী 'লেবৰ'খিনিক দবিযাই-ধমকিযাই থাকিব লাগে। উপাৰ্জন ভাল, তাত এবছৰ কাম কৰি এদিন দেওবাৰে পুৱাই বস্তাৰ ওচৰ পালোগৈ। আজি-কালি পুনৌ তাইৰ লগত নেথাকে। সি ৰব থিতিভা হ'ল। ওচৰৰ মানুহবোৰে ওজৰ-আপত্তি কৰি থকা হ'ল।

—তেনেহ'লে তোৰ সাহ কম নহয়।

—উপায় নেথাকিলে চবৰে সাহ হ'ব। সৌ মেচীদাখন দেখিছ নহয়? সেযে মোৰ সাহ। পিছে চব থান থিত লাগিলনে?

—নিবই আহিছো। তই লগত একো নিব নেলাগে। চব কিনিছো।

তাতে দুপৰীয়া ভাত সাজ খালো। তাই সাজি-কাজি ওলাল। মই দুৱাৰদলি চেৰোৱাৰ পাছত তাই বাঁহৰ দুৱাৰেদি সৰকি অহা লোহাৰ শিকলিডালত উলমি থকা তলাটো মাৰিলে। ভেটিত সেৱা এটাও কৰিলে। তাইৰ চকুহাল সেমেকিল। তাই নাকৰ পানীও উলালে। মোৰ ভৰি দুখন চুলে আৰু মাতবোল নকৰাকৈ মোৰ পিছে পিছে আহি থাকিল। কোনেও আমাক সন্দেহৰ চকুৰে নেচালে। শিৱসাগৰত ঠিকাদাৰৰ মহৰী হোৱাৰ দিন ধৰি আজিৰে সৈতে ধৰিলে বস্তাৰ ওচৰলৈ ছবাৰ আহিছো। সকলোৱেই মোক তাইৰ দেৱৰ বুলিয়েই ধৰে। কাৰণ থগে'কাইয়েই মোক মানুহ কৰিলে।

চুবুৰীটো পাৰ হ'লো। ইমান পৰে তাইৰ চকুলো শুকাইছিল। কিন্তু আকৌ সোঁত-সোঁতনি। তাই লেহেমাই খোজ দিবলৈ ধৰিলে। তাইক যেন কৰ্কালত লেজুৰ বান্ধি কোনোবাই পিছফালৰ পৰা টানিছে। তাই থমকি ৰ'ল। মোৰ যা া চালে। একেবাৰে ভৰিৰ পৰা মুখৰ চুলিলৈকে। তাইৰ ওঠ দুখন কঁপিবলৈ ধৰিলে। গাটোহে কষ্ট কৰি নিথৰ কৰি ৰাখিলে।

অকস্মাতে তাই আচৰিত মতি দেখুৱালে। একো নকৈ লৰালৰিকৈ ঘৰৰ ফালে খোজ দিলে। মই অস্থিৰ। তাই মত সলাইছে। তাই মোক গুৰুৰ পৰত চৌঠেউীযাত পেলালে, ঠগিলে, মোক অপমান কৰিলে। পুৰুষ হিচাপে মোৰ মূল্য থাকিল ক'ত ?

মই অতিকৈ হতাশ। মোৰ এতিয়া অতিকৈ আক্ৰোশ। মই গুলি খাই আধা মৰা হোৱা এটা বাঘ। মই এতিয়া দেখিবি নৈ তাইৰ টেটু চেপি ধৰিব লাগিছিল। কি হ নোৱাৰিলো। তাই ছলনা কৰিব পাৰে, কিন্তু তাযেইতো মোক জীৱনত পহিলাবাৰ বহুত কিবা দিলে। দেহ সপি দিলে, মৰমেৰে মোক বুৰাই দিলে। মই কোনোপধ্যে তাইৰ ধাৰ সুজিব নোৱাৰিম। তাই মোক ধন্য কৰিছিল। সেয়েহে মোৰ তাইলৈ এটা অবুজ মোহ। তাই মোক এনেকৈ এৰি থৈ যোৱাটো মোৰ বাবে এটা ভাঙিব নোৱাৰা সাঁথৰ। মই নিজক নিজে কৈছো, "বনমালী, ধৈৰ্য ধৰ। তাইৰ মনটো তই কি বুজিবি ? তই নিজকেই দেখোন নিজকে বুজি পোৱা নাই।" মই একুট পদ গুণগুণাইছো "মধুৰ মুকতি মুবাক, মন দেখু হৃদয় হাৰাক ।"

মোৰ অজানিতে তাইৰ ঘৰৰ ফালেই ভৰি দুখন চলিল। জপনা-খন পাৰ হৈ পিৰালিৰ পৰা কানি ডুৱাৰেদি ভুমুকিয়াই চাই আচৰিত হ'লো। তাই ঢোলটোত লাগি থকা ধূলি-মাকৰিবোৰ মচি তাৰ ওপৰত মাটিৰ চাকি এটা জ্বলাই থৈছে। মূৰটো দোঁ খুৱাইছে। তাৰ পাছতেই হাতত মুলাম গামোছাৰে ঢকা টোপোলা এটা কাষলতিৰ তলত লৈ লৰালৰিকৈ ওলাই আহিছে।

মোক দেখি তাইৰ মুখত এটা নীৰস হাঁহি বিৰিঙিল। তাই আৰৌ আগৰ দৰে তলাটো মাৰিলে ভেটিটোত সেবা কৰিলে আৰু মোৰ পিছ ল'লে। এইবাৰ তাই নিমাতে নেথাকিল।

—সেইবোৰ এৰিলি নেকি? ঢোল-চোল?

—সময়কে নেপাওঁ। বস্তুটো আছে। মোৰ হাতত্‌হে মামৰে ধৰিছে কিজানি বুইছ, ছুখীয়াক এইবোৰে মুমুজে।

—টকা গোট খাইছেনে?

—নহেজাৰ দুশ আৰু আঠৈশ লাগিব। সুদামৰ পেহাকে কৈছে অপিচাৰ-টোৱে হেনো এপইচাও নকমায়। ভাটী যালৰ এ বেং কথা কোনো মানুহ। সি হেনো জেংৰো খৰিৰ পৰাও ৰস উলিযাব পৰা বিধৰ।

— এতিয়া একা?

— মানে?

—সেইটো বজাবলৈ ইচ্ছা হ ব?

—ক ব নোবাৰো।

—এস, গাঁৱত যদি আমাৰ মাটিবাৰী থাকিলহেঁতেন।

ৰাজআলিত এখন বাছ পালো। সোনকালেই ভাৰাঘৰটো পালোগৈ। তাই পিছে ভেটিত সেবা কৰিহে সোমাল। পানতে গামোছাৰে ঢকা টোপোলাটো আলফুলকৈ এঠাইত থ'লে।

তাইৰ ভাগৰো লাগিছে। সদায় থকা মানুহ এজনীৰ দৰে তাই মোৰ বিছনাখনতে দীঘল দি পৰিল। চকু ছুটা মুদি সুধিলে "সেইটো কাম পালে ইযাত থাকিব নেলাগে নহয়।" মই কলো, "সুদামৰ পেহাকে তাত, তেল-গেছ কোম্পানীৰ মাজতে ঘৰ এটা পাম বুলি কৈছে।

মই ক'ব লাগে কাৰণেহে ব'লো। মোৰ সকলো ভাৱনা-চিন্তা থুপ খাই আছে সেই টোপোলাটোৰ ওপৰত। তাকে খুলিলে তাই বেয়া পাব পাৰে। মাংকী মানুহৰ ক'ত কি গোপনীয় বস্তু থাকিব পাৰে মই এতিয়ালৈকে নেজানো।

শেষত উপায় নেপাই তাইক সুধিকে পেলালো। তাই ওপৰলৈ চাই নিৰ্বিকাৰ হৈ ক'লে, "খুলি চা আকৌ।"

টোপোলাটো খুলি চাই মোৰ চকু দুটাকে পতিয়ন যোৱাব নোৱাৰিলো। দুখন বহী। খগে'কাইৰ সেই ছেওবোৰ লিখা আছে।

খন্তেকতে মই মন বান্ধিলো। ছেওবোৰ কাম থাওক লাগে, সদায় এবাৰ ঢোলটো বজামেই। খগে'কাইৰ কথা এবাৰ মোৰ কাণত গুণগুণাবলৈ ধৰিলে, "বুইছ, বনমালী, এইবোৰেই আমাৰ আচল বস্তু, এই ছেওবোৰ। জগতখনে শুনি ভাল পাব। ইয়াকে পণ্ডিতবোৰে কি বুলি কয় জান? সংচ কিতি সংচ্ কিতি।'

মই এতিয়া ভাতচক ঘৰটোত সোমাই ন-বোৱাৰী হিচাপে ৰত্নাক অদ্ভুত একাপ চাহ খুৱাব লাগিছিল। বৰঞ্চ মই ঢোলটোৰ ধূলি-মাকৰি বোৰ গুচাই ছেও এটা মাৰিলো। গোটেইখন ৰজনজনাই গ'ল। মই নিজৰে শলাগ ল'লো। তেন্তে মোৰ হাত দুখনত এতিয়ালৈকে মামৰে ধৰা নাই।

ৰত্না একে চাবেই বিছনাৰ পৰা উঠিল। মোৰ ওচৰলৈ আহি তাই ক'লে "খুব ভাল কথা। বুইছ, বনমালী, এযেহে আচল। তই মন ভাল লাগিলেও বজাব লাগিব আৰু বেয়া লাগিলেও। কি ক'ৱ?"

মোৰ দেহটো শাঁত পৰি গ'ল।

.. + ..

# আয়না

নেকিবে তাৰ কেৰ কেৰণি তোলা চাইকেলখনেৰে গুলীটো অহাদি আহি চোতালৰ মূঢাটোত আমনজিমনকৈ বহি থকা ধীৰেনক ঘনাই উশাহ সলাই সলাই ক'লেহি, "ওলাচোন, তুৰন্তে ওলা। এতিয়াই। নহ'লে মোৰ মানুহজনী নিজীযে।"

কথা বিষম ভাবি ধীৰেনে একো নুসুধিলে। কামিজটো কান্ধত পেলাই তাৰ টেক্সীখন ষ্টাৰ্ট দিহে সি সুধিলে, "ক'লৈ ?"

চলন্ত টেক্সীত নেকিবৰ ওচৰতে ধীৰেন। সি বিপদৰ পৰা মুক্তি পোৱাৰ আশা এটা দেখি অলপ শান্ত হ'ল। সি ক'লে, "চিভিললৈ। ইমান খাটি, ডাক্তৰ-নাৰ্চক কাবৌ কৰি যৰিদাক পেযিং কেবিনত দিযাইছিলোঁ, কিন্তু সেইখন চিভিল হাস্পতাল নহয় যেন ধন ঘটাৰ যান্দহে।"

টেক্সী ড্ৰাইভাৰ ধীৰেনে বিৰক্ত হৈ ক'লে, "যি ক'ব খুজিছ বুজি পোৱাকৈ ক। এইকণ ধৈৰ্য্যও নাইনে ?"

নেকিবে কৈ গ'ল, "ডাক্তৰ-ডাক্তৰণীৰ মতে তাইৰ আজিয়েই দিন পৰিছে। প্ৰথম কেঁচুৱা হ'ব। কিবা অচিন বিঘিনি হয় বুলিয়েই পৰহিৰে পৰা পেযিং কেবিনত ৰাখিছো।"

"এতিয়া, পুত্ৰেৰ বা জীয়েৰৰ মুখ দেখিলি নেকি ?"

"নহয় অ' ধীৰেন, কথাটো ইমান সহজ নহয়। বিপদত বেচি বিপদ বঢ়ায়—এই ডাক্তৰ সোপাই। সি, মানে সেই আগে-গুৰিয়ে সমান ফুটবলটো যেন ডাক্তৰটো, অনুপ শৰ্মা, হেনো তিৰোতাৰ বিয়াধি ভাল কৰাত অতিকে

পাকৈত। পিছে সিয়ে মোৰ কাল হ'ল। এতিয়া তুৰন্তে সেই পাৰ্টটোৰ ভাৰ পৰা ফৰিদাক আনিব পাৰিলেই হ'ল। নহ'লে তাইৰ সি পেট কালি চিৰাচিৰ কৰিব, মানুহজনী চিৰদিনলৈ খুণীয়া হ'ব।"

"মানে চিজাৰিয়ান অপাৰেশ্বন?"

"অ' ধীৰেন, তই ঠিক শব্দটো কৈছ। সি তাকে কৰিব খুজিছে। তাৰ হাতত পেয়িং ৱাৰ্ডত দহজনী গৰ্ভৱতী তিৰোতা। সি হেনো আঠজনীৰে পেট ফালি কেঁচুৱা বাজ নকৰিলে মৰিব বুলি ভয় খুৱাই গিৰিয়েকহঁতৰ পৰা এনেহেজাৰকৈ টকা লৈছে। মোকো তেনেকৈ ক'লে। মই হ'লে পতিয়ন নগ'লো। আমাৰ পকামূৰাৰে প্ৰফুল্ল চকিদাৰ তাত আছে নহয়। সিহে মোক মাতি আনি ক'লে,—"তোৰ মানুহজনীক তুৰন্তে লৈ যা মিশ্বন হাচপাতাললৈ। এই ভুটীয়া ডাক্তৰটোৱে ধনৰ ধান্দাতে এইবোৰ কাম কৰে। চিজাৰিযানত কিমান বিপদ আছে মই জানো নহয়। এবাৰ এজনীৰ চিজাৰিয়ান হৈছিল। তাৰ পাচতেই তাইৰ কাঁহ হৈছিল। কাঁহৰ কোবত পেটৰ চিলাই ছিগিল। মানুহজনীক বচাবৰ কাৰণে ডিব্ৰুগড়ৰ পৰা ডাক্তৰ আনিব লগা হ'ল। প্ৰফুল্ল চকিদাৰৰ কথা শুনি চিধা তোৰ ওচৰলৈ আহিছো। অনুপ ডাক্তৰক চৰ এপাত সোধাই তাইক মিশ্বন হাস্পতাললৈ আনিম। এতিয়াই। খৰচ বেছি পৰিব। পৰক, যিমান পৰে। জীৱনটোহে ভাল।"

অসামৰিক চিকিৎসালয়ত ধীৰেনৰ টেক্সীখন সোমাল। এঠাইত টেক্সীখন ৰ'ল। ধীৰেন আৰু নেকিবে ফৰিদা থকাৰ কালে খোজ দিলে। সেই সময়ত তাত নাৰ্চ এজনীহে আছিল। কঁকালত বণ্ডা ফিটা বন্ধা নাৰ্চজনী নাৰ্চ নহয় যেন অশোক বনত সীতাক পহৰা দি থকা কোনোবা ৰাক্ষসীহে।

তায়ো অনুপ ডাক্তৰৰ লগত। কিবা ভাগ পায় হ'বলা। তাই কোনো পধ্যে ফৰিদাক নিবলৈ নিদিয়ে। কিন্তু সিহঁতে তাইৰ কথা নুশুনিলে। ফৰিদাক আনি টেক্সীত বহুৱালে।

নেকিবৰ সিদ্ধান্ত শুদ্ধ। সি তাৰ ভাগ্য সাধি আহিছিল। অলপ পাচতেই কেঁচুৱাৰ কেঁহে কেঁহে মাত। তাক ভিতৰৰ পৰা এজনে খবৰ

দিয়াছে। তাৰ এটা ল'ৰা হৈছে।

ধীৰেনে আনন্দতে নেকিৰক সাৱট মাৰি ধৰিলে। ধীৰেনৰ আকৌ এতিয়াহে খংটো উঠিল। সি ভনৰ ওঁঠৰ পৰা চোক নাইকিয়া হোৱা চুৰ্ট-খিনি আঙুলি এটাৰে উলিয়াই মাটিত পেলাই, থুৱাই থুৱাই ক'লে, "থুই কটা। এনে মানুহৰ নামটো উচ্চাৰণ কৰাও পাপ। মানে সেই অধৰমী ডাক্তৰটোৰ কথা কৈছো। ব'ল এতিয়া তাক এপাত চৰ সোধাই আহোঁগৈ।"

"আজি নহব, ধীৰেন মানুহজনীৰ চেতন আহক, কেঁচুৱাটোও চাই লওঁ। তাৰ পাচত দেখিম।"

নেকিৰে কথা কেইটা ধীৰে সুস্থিৰে ক'লে। ধীৰেনে তাৰ মুখত পহিলা বাপেকী হোৱাৰ সন্তোষৰ চিন দেখা পালে। সি জেপৰ পৰা ফিটা ছিগা ঘড়ীটো উলিয়াই চালে। সময় বহুত হ'ল। এঘাৰটা পোন্ধৰ। তাৰ গড়কাপ্তানী বিভাগৰ অফিচলৈ যোৱাৰ সময় হ'লেই। তাক জুনিয়ৰ ইঞ্জিনিয়াৰ শেখৰে মাতিছে। আজি হেনো কিবা এটা ফয়চলা হে যাব। শেখৰৰ এক কথা। তাৰ জেপত যিমান টকা সোমাব, সিমানেই সি ঘৰটোৰ ভাড়া বেছিকৈ ধৰিব হেনো।

নেকিৰে চাইকেলখন ধীৰেনৰ তাতে থৈ আহিছিল। সি কৃতজ্ঞ হৈ ধীৰেনৰ হাতত অলপ টকা গুজি দি ক'লে, "আমাৰ ঘৰত আকৌ ভাল খবৰটো দিবি।"

ধীৰেনে টকাখিনি লেখিযেই নেচালে। ধীৰেন, প্ৰফুল্ল চকিদাৰ আৰু নেকিৰ, সিহঁত পকামুৱাৰে মানুহ। সৰুকালৰে পৰাই সিহঁত লগ। ধীৰেন বছৰছৰ তাৰ জেল ৰোডৰ ঘৰত আছিল। কিন্তু দৈনিক ব্যৱসায় মন্দা হোৱাৰ কাৰণে জেল ৰোডৰ ঘৰটোত থাকিবলৈ তাক পইচাই নোজোৰা হ'ল। পকামুৱাৰ পুৰণি ঘৰটোলৈ আহিল। তাৰ সৰু পৰিয়াল। ঘৈণীযেক সাবিত্ৰী আৰু স্কুললৈ যোৱাৰ বয়স নোহোৱা ল'ৰা দুটা— মুন আৰু মন্টু।

সি গড়কাপ্তানী বিভাগৰ অফিচলৈ যোৱাৰ আগতে এবাৰ আকৌ পকামুৱালৈ যাব লাগিব। আজিৰ পট্টাখন আজিয়ে আগিব। শেখৰে যদি ঘৰৰ ভাড়াৰ নিৰিখটো ধৰি কাৰজখন উপায়ুক্তৰ অফিচৰ চিৰস্তাদাৰ

কৌশিক দত্তলৈ পঠিয়ায়, তেতিয়াহে তাৰ কাম শেষ হ'ব। কৌশিক দত্তই তাৰ ওপৰত কিবাকিবি লিখি উপাযুক্তৰ চহী ল'ব। তেতিয়াহে সকলো কয়চলা হৈ যাব। জেল ৰোডত ভাড়া দিয়া ঘৰটোৰ বাবদ সি চৰকাৰী অফিচটোৰ পৰা মাহে মাহে টকা পাই থাকিব।

সি পকামৃৰাৰ ফালে গাড়ী চলাই ভাবিলে, সেই খজুৰ শেখৰ অভাৱচিয়াৰৰ বাবেই তাৰ ইমান জঞ্জাল। তাৰ ঘৰটো পাঁচ মাহৰ আগতেই অফিচে ল'লে। হোম গাৰ্ডৰ অফিচ। কিন্তু গড-কাপ্তানী বিভাগে ভাড়াটো ঠিক কৰি নিদিয়াৰ বাবেই এনে অভাৱৰ দিনতো সি এটা পইচা পোৱা নাই।

ধীৰেন কলিতাৰ বাপেক শ্ৰীধৰ কলিতা মুমুৰ্ষাৰায়া চাহ বাগিছাৰ বৰ কেৰাণী আছিল। শ্ৰীধৰ কলিতাই কামৰ পৰা অৱসৰ পোৱাৰ দুবছৰ মানৰ আগতেই জেল ৰোডৰ যোগেশ্বৰ বৰাৰ পৰা মাটি কিনি পাঁচ খোঁটলীয়া ঘৰটো সাজিছিল আৰু তেওঁৰ তাত দুবছৰমান থকাৰ পাচতেই মৃত্যু হৈছিল। তেওঁৰ তিনিটা ল'ৰা আৰু এজনী ছোৱালী। ছোৱালীজনী শিৱসাগৰৰ তেল-গেছ কোম্পানীত কাম কৰা ল'ৰা এটালৈ বিয়া দিলে। এটা ল'ৰাই গুৱাহাটীত ভাল চাকৰি কৰে। এটা নাগালেণ্ডৰ ইঞ্জিনিয়াৰ। তাৰ বেধুম টকা। দুটা ল'ৰা আৰু ছোৱালীজনীৰহে ভালটো দেখিবলৈ পালে, কিন্তু ধীৰেনৰহে একো ভাল নেদেখি শ্ৰীধৰ বৰকেৰাণীয়ে চকু মুদিলে। তেওঁ কম দূৰদৰ্শী মানুহ নাছিল। জেল ৰোডৰ ঘৰটো ধীৰেনৰ নামত লিখাই দিছিল আৰু টেক্সী এখনো কিনি দিছিল। সেই ঘৰটোতে সেই ঘৰটোতে থাকি টেক্সী চলাই ধীৰেনে ভালকৈ খাই বৈ আছিল। তাৰ বিয়াত সি কইনাক দুযোৰ পাটৰ সাজ দিব পাৰিছিল। কিন্তু যোৱা দুবছৰমানৰ পৰা টেক্সী চলোৱা পইচাৰে সি ঘৰখনৰ জোৰা মাৰিব নোৱাৰা হ'ল। এতিয়া টেক্সীৰ বহুত শত্ৰু। ব'তমানে লাইন বাছবোৰ, চিটি বাছবোৰ, মিনি বাছবোৰ। এইবোৰ ডিজেলেৰে চলে। এইবোৰত খৰচ কম, লাভ বেছি। তদুপৰি অ'টো ৰিক্সাবোৰ আছেই। কলেজ পাচ কৰা ল'ৰাই নিবনুৱা হোৱাৰ কাৰণে আজিকালি বেংকৰ পৰা ধাৰ পাইছে। তাৰে

সিহঁতে অটোৰিক্সা কিনিছে। টেক্সীতকৈ আধা দামত এইবোৰে যাত্ৰী কঢ়িয়াইছে। অটোৰিক্সাও টেক্সীৰ প্ৰধান শত্ৰু। আৰু শত্ৰু হ'ল বছৰে বছৰে বাঢ়ি থকা পেট্ৰ'লৰ দাম। গতিকে টেক্সী ভাড়া লোৱা মানুহৰ সংখ্যা তেনেই কমি আহিল আৰু লাভো কমি আহিল। সি টেক্সীৰ পৰা পোৱা ধনেৰে পৰিয়ালটোক পোহপাল দিয়াটো টান হৈ পৰিল। কপালৰ বলত বাকুকৈ চৰকাৰে তাৰ ঘৰটো হ'মগাৰ্ডৰ অফিচৰ বাবে ল'লে। পকামূৰাত পুৰণি ঘৰটো আহিল বাবে অন্তত মূৰটো গুজি থ'বলৈ ব্যৱস্থা এটা হ'ল। এতিয়া ঘৰৰ ভাড়াটো পাই থাকিলে তাৰ সংসাৰখন ভালকৈয়ে চলিব। মুন আৰু মণ্টুক ভগীৰথ কেৰাণীৰ ল'ৰা দুটাৰ দৰে লিচুবাৰীৰ ইংৰাজী মাধ্যমৰ স্কুল বা ৰবৈয়াৰ চেণ্ট্ৰেল স্কুলত দিব পাৰিব।

শেখৰ জুনিয়ৰ ইঞ্জিনিয়াৰ কম বস্তু নহয়। এইটো কাম কৰি সি চহৰৰ ভাল ঠাইত কম বয়সতে দুটা ঘৰ সাজিলেই। টকাঁৰে হাতৰ খজুৰতি মাৰিব নোৱাৰিলে সি একো কামকেই নকৰে। এতিয়া চৰকাৰৰ হাতত ধন কম। গতিকে গড়কাপ্তানী বিভাগৰ ঘৰ সজাৰ কামো খুব কম, গতিকে তাৰ মানুহৰ দুই নম্বৰী ধন অৰ্জাৰ উপায়ো কম হৈ পৰিছে। সেয়েহে শেখৰহঁতৰ দৰে মানুহবোৰৰ ধনলৈ খঁকটো আগতকৈ বেছি হৈছে। শেখৰে ধীৰেনৰ কামটো কৰিম কৰিম বুলি দুমাহ পেলাই থৈছে। সি অফিচলৈ অহা-যোৱা কৰি হায়ৰান হৈছে। সি অফিচলৈ গলেই সি জোপাৰ তলত থকা চেউনী গাঁৱৰ ছুৰাইৰ পৰা তামোল এখন প্ৰায়ে খায়। দুমাহৰ ভিতৰতে ধীৰেনক বছুৱাৰ দেখি তাৰ কৌতূহল হ'ল। কথাটো সোধাত ধীৰেনে সকলো কথা কোৱাত ছুৰাই শইকীয়াই ক'লে, "অ', সেইডালৰ লগত কাম? তোৰ তেনেহ'লে এনেকৈ কাম নহ'ব। তাক চাফ চাফ সুধিবি—কিমান টকা লাগিব? দেখিবি ধনে তাক ঠাণ্ডা বনাই দিব। তোৰ কামটো চাকৰৰ দৰে কৰি দিব।"

সি ওৰহী গছৰ ওৰ পাই গ'ল। সি আৰু ঘৰটোৰ নক্সা এখন জঁকাই শেখৰৰ হাতত দিছিল। শেখৰে তাৰ ঘৰটোলৈ গৈ কিবাকিবি জুখি-মাখি আহিলগৈ। তথাপি সি দুমাহ কামটো পেলাই থ'লে। সি

ধীৰেনক পালেই ক'বলৈ ধৰিলে, "ঘৰ পুৰণা হ'লে দাম কমি যায়। তোমাৰ ঘৰটো কিমান পুৰণি জানাই নহয়। মই তাকে চিন্তা কৰি আছোঁ।"

শেখৰে এনেকৈ কৈ থকাৰ অৰ্থটো কি বুৰাই শইকীয়াই কথাখিনি কওঁতেহে ধীৰেনে গম পালে। এদিন সি আহি শেখৰক ক'লেহি, "মই বুজিছো, আপুনি মোক উপকাৰ কৰিলে মই উপকাৰ পাহৰি যাম বুলি ভাবিছে। আপোনালোকৰ আজি-কালি আন কাম নাই। গতিকে বাহিৰা ৰোজগাৰো কমিছে। মই সেইটো কথা চিন্তা নকৰা নহয়। ভাড়াৰ নিৰিখটো অলপ বঢ়াই দিলেই হ'ল।"

তাকে শুনি শেখৰে নিৰ্লজ্জভাৱে কৈ পেলালে, "মোক যিমানেই দিবা সিমানেই ভাড়াৰ নিৰিখ বাঢ়িব। মই এইটো নিয়ম কৰি লৈছোঁ, মোক টকা আগতে লাগিব।"

"কিমান লাগিব ?"

"এহেজাৰত কমে মই কোনো কামেই নকৰোঁ।"

"বৰ বেছি কৈছে। মই সাধাৰণ এটা টেক্সীৱালা। আজিকালি টেক্সী ভাড়া কৰিবলৈ মানুহে টান পায়। মোৰ তেনেই নি কিন অৱস্থা। ইমান টকা কেনেকৈ যোগাৰ কৰোঁ।"

"সেইবোৰ তোমাৰ প্ৰ'ব্লেম। চোৱা, মই যিটো উপকাৰ কৰিম তাৰ ফলটো বহু বছৰলৈ মাহে মাহে পাই থাকিবা।"

ধীৰেন ঘৰ পালেহি। সি বিমোৰত পৰিল। ঘৈণীয়েকে তাইৰ গহণা এপদ বেচিবলৈ ক'লে। তাই লগে লগে থাক তুপাত আৰু আঙঠিটো খুলিলেই। তাকে দেখি তাৰ চকু সেমেকিল। সি সুককা মাৰি ঘৰৰ পৰা ওলাই আহি চাৰি আলিটো পালেহি। সি ৰাস্তাৰ মানুহ আৰু যান-বাহনবোৰ এনেয়ে চাই থাকিল। এনেতে গোলাঘাটৰ পৰা অহা লাইন বাছত মুইদ আহমেদক দেখা পাযেই সি এটা উপায় পাই গ'ল। মুইদে চহৰৰ বালিবাটত মটৰ গাড়ী মেৰামত কৰে। তাৰ ভাড়াঘৰত চাৰিটা কাবুলী থাকে। সি ভাবিলে, এই কাৰণেই হয়তো কাবুলীৰ কাৰবাৰটো দেশত

ইমানবোৰ বেঙ্ক থকা সত্বেও চলি আছে। সিহঁতে খুজিলেই টকা দিয়ে, টকা দিয়াৰ কোনো ধৰাবন্ধা নিয়ম-কৰণ নাই।

সি মুইদৰ লগতে বাছত উঠি চহৰ পালেগৈ আৰু কাবুলী এটাৰ পৰা এহেজাৰ টকা ল'লে। পাচদিনা শেখৰে তাৰ পৰা পোৱা টকাখিনি হুবাই শইকীয়াৰ পানৰ দোকানৰ আগত গণি লৈ জেপত ভৰালে।

আজিৰ দিনটোতে শেখৰে তাক খবৰ কৰিবলৈ কৈছিল। সি অফিচত তাক নেপালে। গোমোঠা হৈ বহি থকা কেৰাণীটোৱে একো ক'ব নোৱাৰোঁ বুলি ক'লে। তাৰ ভাড়াৰ কথা থকা কাগজখন উপাযুক্তৰ অফিচলৈ গ'ল নে নাই, এই খবৰটো সি অফিচটোৰ কাকো সুধি গম নেপালে। সি বিমোৰত পৰিল। শেখৰে পইচা খায়ো কামটো নকৰিলে নেকি? সি সেইবাবেই অফিচলৈ নাহিল নেকি? ইমান চয়তানে?

এনেতে সেই অফিচৰে পিয়ন ৰামবিলাস ক'ৰবাৰ পৰা ওলালহি। সি ক'লে যে শেখৰ পৰহিৰে পৰা অফিচলৈ অহা নাই, তাৰ ঘৈণীয়েক চিভিল হাস্পতালত আছে,—কেঁচুৱা হ'বৰ হৈছে বাবে।

"এতিয়া ক'ত পাম?"

"তাতে পাবা। তেওঁ পেয়িং ৱাৰ্ডত মাইকীটোৰ লগতে থাকে।"

কথাটো জানিবলৈ শেখৰক জিলা চিকিৎসালয়তে লগ পাবলৈ ধীৰেন উদগ্ৰীৱ হৈ পৰিল। সি ৰিক্সা এখন ল'লে। হাস্পতালত গৰ্ভৱতী তিৰোতা ক'ত থাকে সি জানে। নেকিবৰ ঘৈণীয়েকক সি তাতেই পাইছিল।

পিছে সি হাস্পতালৰ চৌহদত সোমায়েই আচৰিত হ'ল। পেয়িং ৱাৰ্ডৰ বাৰান্দাত এটা শ ঢাকি থোৱা আছে। শটোৰ শিতানত মুখখন গুজি শেখৰে হুকহুকাই কান্দি আছে। ওচৰতে তিনি বছৰীয়ামান ছোৱালী এজনীয়ে হতভম্ব হৈ চাই আছে। সেইজনী কিজানি তাৰেই ছোৱালী।

তাৰ ঘৈণীয়েক কিজানি মৰিল। গৰ্ভৱতী তিৰোতা প্ৰসৱৰ সময়ত মৰেও। ইয়াকে ভাবি ধীৰেনৰ বৰ দুখ লাগি গ'ল। এই অৱস্থাত সি শেখৰক মাত লগায় কেনেকৈ? কথাটো কি হৈছে জানিবলৈ ওচৰত নাৰ্চ

এজনীও নাই। আন কিছুমান মানুহহে নির্বিকাৰভাৱে বাৰান্দাইদি অহা-যোৱা কৰি আছে।

ধীৰেনে অলপ দূৰৈৰ পৰা লক্ষ্য কৰি থাকিল। শেখৰ শৰ্টোৰ পৰা অলপ আঁতৰ হ'ল। কান্ধত তিনিবছৰীয়া ছোৱালীজনী লৈ সি দৃঢ়ভাৱে থিয় হ'ল। তাৰ এফালে এনেযে একেবাহে চাই থকা চকুহালৰ পৰা যেন জুইহে জ্বলিছে।

ধীৰেন তাৰ ওচৰ পালেগৈ। শেখৰে তাক দেখি তিনি বছৰীয়া ছোৱালীজনী মাটিত থৈ ক'লে, "তুমি আহিলা ভালেই হ'ল, ধীৰেন। টেক্সীখন আনিছা?"

"নাই অনা।"

"যেনেতেনে এখন যোগাৰ কৰা ভাই। যিমান পইচা লাগে সিমান দিম।"

"কিন্তু আচলতে কথাটো কি?"

"অনুপ শৰ্মাক গুলী কৰি মৰাৰ পাচতহে ক'ম। জজৰ আগত।"

"মই একো বুজা নাই, শেখৰ বাবু। মোক ক'লে একো হানি নহয়।"

"ধনৰ লোভত সি ভয় খুৱাই কয়, মানে সেই পাতকী ডাক্তৰটোৱে বোলে চিজাৰিয়ান নকৰিলে তাই নেবাচে। কিবা বেজী এটা দি দিয়ে। তাকে দিলে স্বাভাৱিক প্ৰসৱ নহয়, চিজাৰিয়ান কৰিবই লাগিব। সি পাতকীযে তাকেই কৰিলে। মোৰ পৰা বাৰ শ টকা ল'লে। কিছুমানক এনেস্থেচিয়াই কাম নকৰে। চিজাৰিযান কৰাৰ আগতেই গাৰ সাৰসুৰ নোহোৱা কৰিবলৈ এনেস্থেচিয়াৰ বেজী দিওঁতেই মোৰ বস্তি দম বন্ধ হৈ মৰিল। পাচতহে গম পালোঁ, এইটো চিজাৰিয়ান কেচ নাছিল। ৰক্ষা নহ'ব, তাক মই গুলী কৰি মাৰিম, তাৰ গডআলিৰ চেম্বাৰতে ।"

ধীৰেনে জানে যে শেখৰৰো সেই ডাক্তৰটোৰ লগত বেছি তফাত নাই। তথাপি তাৰ বৰ দয়া হ'ল। সি শেখৰৰ চুলিত হাত বুলাই শান্তনা দিবলৈ চেষ্টা কৰিলে। +

# অনাস্থা

আমাৰেই গৌৰৱৰ কথা। এনেকুৱা সৰ্বভাৰতীয় সন্মান উত্তৰপূব ভাৰতৰ কোনো লোকেই পোৱা নাছিল। কিন্তু আমাৰ ড অজয় দত্ত মজুমদাৰে পাই গ'ল। শ্ৰেষ্ঠ কৃষি শিক্ষকৰ পুৰস্কাৰ। এখন মানপত্ৰ, এখন ফলি আৰু নগদ ডেৰ লাখ টকা।

খবৰটো আমাৰ বাতৰি কাকতসমূহৰ প্ৰথম পৃষ্ঠাতে ওলাল। আগ দিনাও দূৰদৰ্শন আৰু অনাতাঁৰত মানুহে দেখিবলৈ-শুনিবলৈ পাইছিল। মই কিন্তু বাতৰি কাকততহে পঢ়িবলৈ পালোঁ। বাতৰিটো পঠিয়াইছে প্ৰেছ ট্ৰাষ্ট অফ ইণ্ডিয়াই (পি, টি, আই)। চুম্বকত্ব আৰু নৈৰ্ব্যক্তিকতা পি, টি, আইৰ বিশেষত্ব। তথাপি বাতৰিটোৰ পৰা নিজৰ মানুহ এজনৰ বিষয়ে বহু কথাই গম পালোঁ। মই সাংবাদিক হ'লে কি হ'ব? ইমান দিনে ড. অজয় দত্ত মজুমদাৰৰ নামেই শুনা নাছিলোঁ। মোৰ এই দোষ মাৰ্জনীয়। কাৰণ আমাৰ বহুতেই দেশৰ বৈজ্ঞানিক প্ৰচেষ্টাৰ ভু নেৰাখোঁ। তদুপৰি বিজ্ঞান সম্পৰ্কীয় কথাৰ সংবাদ হিচাপে বিক্ৰয়যোগ্যতা নাই। তাৰ সলনি মন্ত্ৰীসভাৰ ভিতৰুৱা কন্দলৰ কথা সঁচাই-মিছাই লিখি কাকতৰ বিক্ৰীসংখ্যা অটুট ৰাখিব পাৰি। এই বিষয়ত মোৰ নাম আছে।

পি, টি, আইৰ পৰিবেশিত খবৰটো আকৌ এবাৰ পঢ়ি গ'লোঁ।

## ডঃ অজয় দত্ত মজুমদাৰলৈ শ্ৰেষ্ঠ কৃষি-শিক্ষক বঁটা

নতুন দিল্লী ডিচেম্বৰ, ১৯৮৭, এই বছৰৰ শ্ৰেষ্ঠ কৃষি-শিক্ষকৰ বঁটা লাভ কৰিছে পূৰ্বভাৰতী গ্ৰামীণ বিশ্ববিদ্যালয়ৰ পাদপ প্ৰজনন বিভাগৰ মূৰব্বী অধ্যাপক, ড অজয় দত্ত মজুমদাৰে। অহা ফেব্ৰুৱাৰী মাহৰ ২৩ তাৰিখে নতুন দিল্লীৰ বিজ্ঞান ভৱনত এই বঁটা প্ৰদান কৰা হ'ব বুলি ভাৰতীয় কৃষি অনুসন্ধান পৰিষদৰ মুখপাত্ৰ এগৰাকীয়ে জানিবলৈ দিয়ে। বটাৰ মূল্য ডেৰ লাখ টকা। লগতে এখন মানপত্ৰ আৰু ফলিও প্ৰদান কৰা হ'ব। উল্লেখযোগ্য যে ১৯৮২ চনৰ পৰা এই বঁটাৰ প্ৰবৰ্তন কৰা হৈছে। এতিয়ালৈকে বঁটা লাভ কৰা কৃষিবিজ্ঞানৰ শিক্ষক সকল হ'ল, লুধিয়ানাৰ পাঞ্জাব কৃষি বিশ্ববিদ্যালয়ৰ ড অমৃত ভাণ্ডাৰী পন্তনগৰ বল্লভ ভাই কৃষি প্ৰযুক্তি বিশ্ববিদ্যালয়ৰ ড কুন্দন লাল হায়দ্ৰাবাদৰ ৰাজেন্দ্ৰ প্ৰসাদ কৃষি বিশ্ববিদ্যালয়ৰ ড আৰ পি ডি চুব্বাৰামায়া, কুইমবাটোৰৰ কৃষি বিশ্ববিদ্যালয়ৰ ডঃ কুমুদিনী বৈদ্যনাথন আৰু নতুন দিল্লীৰ ভাৰতীয় কৃষি গৱেষণা সংস্থাৰ ড শ্ৰীৰাম পোলেকাৰ।

এই বটাটোৰ বাবে বিশেষকৈ পূৰ্বভাৰতী গ্ৰামীণ বিশ্ববিদ্যালয়— পূগ্ৰাবি নামে বেছি পৰিচিত—বিশেষভাবে গৌৰৱান্বিত। আমিও গৌৰৱান্বিত। এদিন গৌৰৱান্বিত হৈছিলোঁ জ্ঞানপীঠ বটাটো আমাৰ এজনে পোৱা কাৰণে। কিন্তু সেইটো আছিল এটা বেচৰকাৰী প্ৰতিষ্ঠানে দিয়া বটা। এইটো স্বয়ং ভাৰত চৰকাৰৰ।

পিছে এইটো বটাই মোক কম বিপাঙত পেলোৱা নাই। ডঃ অজয় দত্ত মজুমদাৰৰ বিষয়ে আৰু লগতে কৃষিবিজ্ঞান চৰ্চাৰ বিষয়ে মোৰ ন্যূনতম ধাৰণাও নাই। অথচ পুৱাতে বিশেষ কটকী যোগে প্ৰেৰিত এখন চিঠি পালোঁ, মই যুক্ত থকা ইংৰাজী দৈনিক কাকতখনৰ পৰা। সম্পাদকজনে লিখিছে যে মই শীঘ্ৰে ড অজয় দত্ত মজুমদাৰৰ বিষয়ে সবিশেষ জনাই সাক্ষাতকাৰ এটাৰ সৈতে এটা কাহিনীসুলভ বাতৰি পঠিয়াব লাগে।

'পূগ্ৰাবি' মই বাস কৰা চহৰখনৰ পৰা প্ৰায় ছয় কিলোমিটাৰ নিলগত। এতিয়ালৈকে 'পূগ্ৰাবি' সম্পৰ্কে মোৰ ধাৰণা ইমানেইহে যে ই

ডিগ্ৰীধাৰী লোক তৈয়াৰ কৰা এক কাৰখানা য'ত চহা জীৱনৰ আৰ্হি অনুপস্থিত।

মই 'পুগ্ৰাবি'ৰ পঞ্জীয়কজনলৈ ফোন কৰি জানিব পাৰিলোঁ। যে খবৰটো ঘোষণা কৰাৰ লগে লগে ড° অজয় দত্ত মজুমদাৰে কামৰ পৰা তিনি দিনৰ ছুটী লৈছে আৰু কাৰো লগত দেখা নকৰে। তেওঁ আৰু জনালে যে 'পুগ্ৰাবি'ৰ ছাত্ৰ, শিক্ষক আৰু কৰ্মচাৰীসকলে যুটীয়াভাৱে সম্বৰ্ধনা জনাবৰ বাবে ছুজনমানে লগ ধৰিবলৈ যাওতে কৃতী শিক্ষকজনে এই অদ্ভুত ঘোষণাটো কৰিলে।

আজব কাণ্ড। ইযো এটা বাতৰি। তাকে পঠিযালোঁ। কাইলৈ নিশ্চয় পহিলা পৃষ্ঠাত বৰ্গক্ষেত্ৰেৰে ঘেৰা ঠাইত এই বাতৰিটো প্ৰকাশ পাব। কিন্তু সম্পাদকে এইবাৰ মোলৈ তাৰবাৰ্ত্তা পঠিয়াব পাৰে, এনে আজব কাণ্ডৰ পম খেদিবলৈ। পিছে সম্পাদকে মোৰ নিৰ্দেশ নিদিলেও মই নিজেই এই শিক্ষকজনৰ বিষয়ে অতিশয় কৌতূহলী হৈ পৰিছো।

মোৰ ওচৰতে পুগ্ৰাবিৰ শিক্ষক এজন থাকে। লৰা মানুহ। পঢ়াশুনা শেষ কৰি মাথোন কামত সোমাইছেহে। এতিয়া লৈকে কৰ্মস্থানত বাসভৱন পোৱা নাই বাবে তেওঁ ভাড়াঘৰত আছে। তেওঁৰ ওচৰলৈ গৈ সোধাত বেছি খবৰ নেপালোঁ। মাথোন ক'লে যে ড দত্ত মজুমদাৰ আমেৰিকাৰ কোনোবা এখন বিশ্ববিদ্যালয়ৰ (নাম ক'ব নোৱাৰিলে) ডক্টৰেট আৰু তাত তেওঁ অধ্যাপনাও কৰিছিল। বিজ্ঞানত কি কি বৰঙণি আছে এই সম্পৰ্কে তেওঁ নেজানে। ড দত্ত মজুমদাৰ কি সঁচাকৈয়ে শ্ৰেষ্ঠ শিক্ষক? তেওঁৰ আওপকীয়া উত্তৰটো এনেকুৱা: ছুদিন মানহে আমাৰ ক্লাছ লৈছিল। ভালনে বেয়া ধৰিব নোৱাৰিলোঁ। ভাল বুলি শুনিছো। পিছে প্ৰাইজ পোৱাত আৰু বহুত কথা আছে।

মই ল'ৰাটোক মানে ডেকা শিক্ষকজনক ভাল নেপালোঁ। নিজৰ শিক্ষক যদিও তেওঁ উল্লাসিত হোৱা নাই চৰকাৰে তেওঁৰ শিক্ষক এজনক স্বীকৃতি দিছে, তেওঁহে দিয়া নাই কিজানি। তছুপৰি ডেকাটোক সহকৰ্মী

সকলৰ কৃতি আৰু কৃতিত্বৰ প্ৰতি উদাসীন হৈছে লাগিল।" তেওঁক এক ভুলবুজিৰ ভাগ্যাম্বেষী বুলি মোৰ ধাৰণা হ'ল। তেওঁ ক'লে, "চাওকচোন, মোৰ ছাত্ৰ যদিও মই হ'লে কওঁ তেখেত বহু বাটি গৈছে। সম্বৰ্ধনা নলয়, কাকো দেখা কৰিবলৈ নিদিয়ে। তেখেত গৰ্বাম্বেষণে, ছাদাম হুছেইন?"

মই ক'লোঁ, "কিন্তু ইয়াৰ কাৰণটো মজনাকৈ এজন শিক্ষা গুৰুক উপকৰাকৈ দোষ দিয়াটো মই হ'লে ভাল দেখা নাই। ইয়ো আমাৰ শিক্ষাৰ সমস্যা, যি শিক্ষাই আমাৰ পৰা কৌতূহল বোলা বস্তুটো নাইকিয়া কৰিছে।"

যাকে শুনি তেওঁ কি কয় ভাবি বাট নেচাই থাওঁ বুলি কৈ যিমান সোনকালে পাৰি সিমান সোনকালে তেওঁৰ ওচৰৰ পৰা আঁতৰ হৈহে স্বস্তি অনুভৱ কৰিলোঁ।

মোৰ কাষতে এজন জনাজাত লোক থাকে। হজুলা মানুহ। তেওঁ চহৰৰ ঘৰটোত মাহেকত দুই-তিনি দিনমানহে থাকে। প্ৰায়ে গাঁৱঁতহে থাকে। তাত খেতি-খোলা কৰি খায় আৰু সময় বুজি পাৰ্টিৰ কাম কৰে। নিজৰ পাৰ্টিৰ তেওঁ এজন পুৰণা কৰ্মী। তেওঁৰ পাৰ্টিয়ে ক্ষমতা দখল কৰাৰ কালচোৱাত তেওঁ কৃষি মন্ত্ৰীও আছিল। তেও চহৰলৈ আহে পাৰ্টিৰ কামতহে। আহিলে মোৰ তাত এপাক মাৰেই।

নিজস্ব বৈশিষ্ট থকা এনে এজন কৃষকৰ বন্ধুক নিজৰ ঘৰতে লগ পাই মই হাতত সৰগ ঢুকি পালোঁ। তেনেঁ ড অজয় দত্ত মজুমদাৰৰ খবৰটো পাইছে। 'পুৰস্কাৰ'ৰ সম্বৰ্ধনা জনাবলৈ বিচৰাত তেওঁ মত নিদিলে আৰু কেইদিনমানলৈ কাকো দেখা নকৰে। এই সংবাদ কাইলৈহে বাতৰি কাকতত প্ৰকাশ পাব। প্ৰাক্তন মন্ত্ৰী গৰাকীয়ে এই সংবাদ এতিয়ালৈকে কাৰো মুখে শুনা নাই। তাকে মোৰ পৰা জানিলত তেওঁ উল্লাসিত হৈ ক'লে, "তেন্তে এনে একো গৰাকী ভাল মানুহ আছে বাবেই ইমানবোৰ দেশজোৰা অনাচাৰ, অত্যাচাৰ, ভ্ৰষ্টাচাৰ আৰু ভণ্ডামিৰ মাজতো দেশখন বৰ্তি আছে।"

পত্নীয়ে টেবুলত থৈ যোৱা চাহৰ পিয়লাটো তেওঁৰ ফালে আগুৱাই দি সুধিলোঁ, "তেওঁক সম্বৰ্ধনা নোলোৱাৰ বাবেই দেশৰ ধৰণী বুলি ক'লোনে?

বঁটাটো লাভ কৰাৰ কাৰণে ?"

তেওঁ মোৰ ফালে কৌতুকমিহলি চকুৰে চাই ক'লে, "মই যি কম তাকে কাগজত তুলিব আকৌ। কথা দিছে ?"

"কৈ যাওক। এনে ভয় নকৰিব।"

"শুনক, বোধকৰোঁ আমাৰ এইকালৰ কৃষিৰ ৰবমুখীয়াসকলৰ ভণ্ডামি দেখি তেওঁ অতীষ্ঠ। বঁটাটো কিজানি তেওঁ গ্ৰহণ নকৰে। প্ৰতিবাদ হিচাপে।"

"এয়ো সম্ভৱনে ? বঁটাৰ মূল্য ডেৰ লাখ টকা।"

"আজি-কালিৰ দিনত ডেৰ লাখ টকানো কিমান বেছি ? জুনিয়ৰ ইঞ্জিনিয়াৰ এটাই দুই তিনি মাহত এইখিনি টকা ঘটে কিজানি। ড. দত্ত মজুমদাৰৰ টকা নাই বুলি ভাৱে নেকি ? আমেৰিকাত চাকৰি কৰোঁতে তেওঁ ঘৰ এটাও কিনি লৈছিল। আজিও বেচি থৈ আহিছে। প্ৰায় পোন্ধৰ-বিছ লাখমান টকাৰ ঘৰ।"

"আপুনি ইমানবোৰ কথা জানে কেনেকৈ ?"

"আমাৰ পাৰ্টি শাসনত থকাৰ সময়তে তেওঁ এই বিশ্ববিদ্যালয়লৈ আহিছিল। অৱশ্যে আমাৰ মুখ্যমন্ত্ৰীৰ অনুৰোধত। আমাৰ পাৰ্টিৰ প্ৰাক্তন মুখ্যমন্ত্ৰীজন আমেৰিকাৰ সেইখন ঠাইলৈ গৈছিল—চিকিৎসাৰ বাবে। তেতিয়াই চিনাকি। দত্ত মজুমদাৰবো নিজ ঠাইত চাকৰি কৰিবলৈ মন। তেওঁ গোটেই জীৱনটো আমেৰিকাত কটাবৰ মন নাছিল।"

"আমেৰিকাতনো চাকৰি নকৰেনে ? আমাৰ শিক্ষিত সোপাৰ কাৰণে দেখোন আমেৰিকা ভূস্বৰ্গ।"

"সকলোৰে মনবোৰ একে নহয়। তেওঁৰ আৰু হ'ল, তেওঁৰ ল'ৰা-ছোৱালীবোৰ আমেৰিকাৰ আহিত ডাঙৰ হ'ব, পাচত বাপেক মাকক নেচাব, শিঙতে যৌৱন পালে শুক গোঁসাই নমস্কা হ'ব, বাটে-পথে কুকুৰ-বান্দৰৰ দৰে প্ৰেম কৰিব আৰু এইবোৰ তেওঁৰ সহ্য নহ'ব। তদুপৰি ওপজা ঠাইখনৰ প্ৰতি তেওঁৰ মায়াটো আছেই। সেইবাবে ল'ৰা-ছোৱালী কেইটা সৰু হৈ থাকোঁতেই তেওঁ ইয়ালৈ গুচি আহিল। অৱশ্যে এই কেন্দ্ৰত

আমাৰ পাৰ্টিৰ তেতিয়াৰ এই মুখ্যমন্ত্ৰীজনে যথেষ্ট সহায় কৰিলে।"

"তেওঁ বহুত দিন আমেৰিকাত আছিল নেকি ?"

"প্ৰায় চৈধ্য বছৰ বুলি শুনিছোঁ। পঢ়োতে পাঁচ বছৰ। বাকীখিনি সময় চাকৰি। বিয়া কৰালে সহকাৰী অধ্যাপক হোৱাৰ পাচতহে। কোনো বিদেশিনী লভিবলৈ সুবিধা নেপালে। তেওঁ নিজৰ ঠাইতহে বিয়া পাতি- লেহি।"

"ড দত্ত মজুমদাৰৰ লগত আপোনাৰ নিশ্চয় খুব ভাল। নহ'লে ইমানবোৰ কথা জানিব নোৱাৰে।'

"আৰু সোধক, চব কৈ যাম। তেওঁ মোৰে পেহীৰ জীয়েকক বিয়া কৰাইছে।"

তেওঁৰ পৰাই আৰু বহুত কথা জানিলোঁ। ড° দত্ত মজুমদাৰ এজন বিচক্ষণ ছাত্ৰ আছিল। তেওঁ 'এচিচ টেণ্টশ্বিপ' লৈহে আমেৰিকাত উচ্চ শিক্ষা লাভ কৰিছিল। আমেৰিকা এবিবৰ সময়ত তেওঁ টেক্সাছ এ এণ্ড এম বিশ্ববিদ্যালয়ত সহযোগী অধ্যাপক আছিল। আৰু দুবছৰমান থকা- হেঁতেন তেওঁ তাতে অধ্যাপক হ'ব পাৰিলেহেঁতেন। আমেৰিকাৰ প্ৰখ্যাত বিজ্ঞানীসকলৰ ভিতৰত তেওঁৰ নামো সঘনে উল্লেখিত হয়।

তিনিদিন পাৰ হ'ল। সকলো সংবাদদাতাই ড দত্ত মজুমদাৰৰ পৰা একোখন চিঠি পালে। তেওঁ সংবাদমেল পাতিছে। আমি তাত সময় মতে হাজিৰ হ'লোঁগৈ।

পোনতে কেইটামান গতানুগতিক প্ৰশ্ন আৰু অগতানুগতিক উত্তৰ।

"বঁটাটো পোৱাৰ বাবে অভিনন্দন জনাইছোঁ।"

"ধন্যবাদ।"

"আপোনাক এই বঁটাৰ বাবে বাছনি কৰাৰ মূল কাৰণ কি থাকিব পাৰে বুলি আপুনি ভাবে ?"

"বাছনি কৰোঁতাসকলৰ মহত্ব।"

"উত্তৰটো বিশ্বাসযোগ্য হোৱা নাই।"

"এটা কাৰণ হয়তো থাকিব পাৰে। মই ভাৰতৰ কৃষি বিশ্ববিদ্যালয় সমূহৰ পাঠদান সম্পৰ্কে সৰ্বভাৰতীয় আলোচনা চক্ৰত যথেষ্ট ত্ৰুটি দাঙি ধৰিছিলোঁ। মই কৈছিলোঁ যে ভাৰতৰ কৃষি বিশ্বদ্যিালয়সমূহ আমেৰিকাৰ মেইথনমান বাণিজ্যক বিশ্ববিদ্যালয়ৰ আৰ্হিৰে তথা লেণ্ডগ্ৰান্ট বিশ্ববিদ্যালয়ৰ আৰ্হিৰে প্ৰতিষ্ঠিত বুলি যি প্ৰচাৰ কৰা হৈছে, সেয়া সঁচা নহয়। এনে প্ৰচাৰত স্বাৰ্থ আছে। তুচ্ছ সা সুবিধাও জড়িত আছে। যিবোৰ বিষয়ত প্ৰাধান্য দিব লাগে, তাত প্ৰাধান্য দিয়া হোৱা নাই, প্ৰাধান্য দিয়া হৈছে এনে কিছুমান বিষয়ত য'ত কোনো বৌদ্ধিক বিশ্লেষণ আৰু গবেষণাৰ নতুন ধাৰা বিচাৰি পোৱা নেযায়। বিশেষকৈ ইয়াত মূল কৃষিসংক্ৰান্ত বিষয বুলি ভবা বিষয় দুটাত। সম্প্ৰতি কৃষিবিজ্ঞানে এনে এটা উচ্চতৰ স্তৰ পাইছেগৈ যে যদি আমাৰ কৃষি শিক্ষা এনে অৱস্থাত থাকে, ভবিষ্যতৰ কৃষিবিজ্ঞান ভালকৈ বুজি পাব এজন ৰসায়নবিদেহে, ইলেকট্ৰনিক্স জনা লোকেহে, পদাৰ্থবিজ্ঞানীয়েহে, এজন ইঞ্জিনিয়াৰেহে। তদুপৰি মই 'চেমেষ্টাৰ ছিষ্টেম'ৰ অপকাৰিতা সম্পৰ্কে ভালেমান কথা লিখিছিলোঁ। মই বহুত তৰ্ক-বিতৰ্কৰ বাধা অতিক্ৰম কৰি মোৰ মত সাব্যস্ত কৰিব পাৰিছিলোঁ।'

"তেনেহ'লে বৈৰভাৱে চিন্তা কৰিয়েই আপুনি তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰিলে আৰু আপোনাক সন্তুষ্ট কৰিবলৈ বা আপোনাৰ মুখ বন্ধ কৰিবলৈকে দিল্লীৰ বৰমূৰীযাসকলে এই বটা দিলে ?"

"আপোনালোকে যি বুজিছে তাকে লিখিব পাৰে। মই কিন্তু তেওঁলোকৰ মহত্ব বুলিহে আগতে ক'লোঁ। এই মত সলাব নোৱাৰোঁ। তেওঁলোকে মোক যথেষ্ট অপকাৰ কৰিব পাৰিলেহেঁতেন। ডঃ মহেশ্বৰীক নাপাত্তা কৰাৰ দৰে মোকো নাপাত্তা কৰিব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি ওলোটা ফন্দি খটুৱালে। অফ দি ৰেকৰ্ড দেই। প্লিজ ।"

"বোধকৰোঁ আপোনাক নাপাত্তা কৰিব নোৱাৰিলেহেঁতেন। কাৰণ আপুনি পুনৰ আমেৰিকালৈ গ'লহেঁতেন। তাতো হয়তো এনে কথাই ক'লেহেঁতেন।

# বান বোকা নেওচি

অৱশেষত তেওঁ বানপীড়িত অঞ্চলটোলৈ আহিব বুলি অনুপে খবৰ পালে। এতিয়া খৰাঙলি। মানুহবোৰে অলপ সকাহ পাইছে। মহবোৰ যৰকাল। মহাপুৰুষৰ তিথি দুটা পাৰ হ'ল। টিনপাত কিছুমান বান্ধি কোনোমতে ঘৰ যোগাৰ কৰি ৰখা নামঘৰটোত দুটা ভাওনাও হ'ল।

আমাৰ গাঁইগাঁৱৰ মানুহৰ দুৰ্গতিৰ কথানো কি ক'ম। বছৰে বছৰে বানপানী। মথাউৰি দিছেহে দিছে, সদায় নৈৰ পানীয়ে ভাঙিছে। পানীবোৰে কিৰিলি পাৰি ৰাইজক ডুবাইছে, পাতশুবনি গাওঁখন নৰক যেন হৈছে। আমি ইহ হানৰ ও বাতি মৰিহো। পিছে পেটুবা পেটৰা ঠিকাদাৰবোৰে দিনে দিনে ধনীহে হৈ আছে। বানপানীৰ সময়ত নিহঁত আমাৰ ওচৰলৈ নাহে। চহৰতহে স্বৰ্গসুখত থাকে।

শেহত গৈ আমাৰ প্ৰভুৰ চৰণত সেৱা কৰি নামগুণ গোৱাৰো মুদা মৰিল। সোণাৰু কাঠৰ খুটাৰে সজা মুৰলি নামঘৰটো নৈৰ বুকুত জাহ গ'ল। পাছত আৰু এটা সাজিলে। সেইটোৰো একে অৱস্থা হ'ল। এতিয়া মাথোন কেইচলমান টিনপাতেৰে আমাৰ এটা থাৰা কৰা হৈছে।

বাৰিষা আমাৰ বহুতেই মাজে মাজে লঘোণীয়া হৈ আছিল। এতিয়াও আমি আধাপেটীয়া হৈ থাকো। এয়ে আমাৰ জীৱন।

পিছে মন্ত্ৰী আহিব বুলি শুনি ৰাইজে সঁচাকৈয়ে সকাহ পাইছে। তেওঁৰ আদেশ পালেই হ'ল। তেতিয়াহে এই দুৰন্ত নৈখনে বশ মানিব। আমাৰ খেতি-বাতি হ'ব।

খুব ভাল কথা। অনুপেও খুব ভাল কথা এটা ক'লে। মন্ত্ৰী হেনো আমাৰ ওচৰৰে সোণাৰুগুৰিত পৰি থকা চৰকাৰী ঘৰটোতে থাকিব। মাত্ৰ দুটা কোঠাৰ ঘৰ। তাহানি চাহাবৰ দিনতে সজা।

তেতিয়াৰ চাহাব চাপ্‌ ডেপুটীটো মাটি পিয়লৰ কামত এইফালে কেবামাহো থাকিবলগীয়া হৈছিল। চৰকাৰে তেতিয়াই এই ঘৰটো সাজিছিল। পাচত এজন ৰাজহ মন্ত্ৰীৰ দিনত ঘৰটো মেৰামত কৰা হয়। তিনি বছৰৰ আগতে হৈ যোৱা নিৰ্বাচনৰ সময়ত ঘৰটো আকৌ এবাৰ মেৰামত কৰা হয়। তাতে নেতা এটাই সিবিৰ পাতি লৈছিল। এতিয়া ঘৰটো মজবুত। দুটা দমকলো আছে। এটা চকিদাৰ, এটা ভাত ৰান্ধনি আৰু এটা চৌহদটো চাফচিকুণকৈ ৰখা মানুহ। দুটা আমাৰ গাঁৱৰে। মানে চম্পাপুৰৰে। নাম আটিলা আৰু মেঘাই। সিহঁতৰ মুখেহে শুনিলোঁ, ইয়াৰ্হল আহিব খোজা মন্ত্ৰীটো বোলে বৰ একাচেকা। লগত আন কাকো থাকিবলৈ নিদিয়ে। মানে নিজস্ব বিভাগৰ মানুহবোৰক আৰু লেমটো হৈ যুৰা পালি নেতাবোৰক। কিবা অইন ধান্দা হেনো। গতিকে তেওঁ সোণাৰুগুৰিৰ চৰকাৰী ঘৰটোত অকলে থাকিব। লগত চহৰৰ পৰা অহা ডাঙৰ ডাঙৰ ইঞ্জিনিয়াৰবোৰ নেথাকে। মন্ত্ৰী এই ঘৰটোত থকা সময়খিনিত তেওঁৰ দায়িত্বত থাকিব আমাৰ অনুপ শৰ্মা। ফুকলীয়া ল'ৰাটো সিদিনাখন কলেজ দুখন পাছ কৰি আহিলহে, চাকৰি পালেই। তাকো সি অভাৰ-চিয়েৰৰ (কনিষ্ঠ অভিযন্তা) পোষ্টত। একে কোবে এচিচটেণ্ট ইঞ্জিনিয়াৰ। ডাঙৰ এটা চাহাবেই। কিন্তু সি অভাৰচিয়াৰ ডম্বেশ্বৰ খাটনিয়াৰৰ নিচিনা মটৰ চাইকেলত ঘূৰি নুফুৰে। চাইকেলতহে ফুৰে। চম্পাপুৰত তাৰ লাপি-লুপা ধৰণৰ অফিচ এটাও আছে। তাৰ এচুকৰ এটা কোঠাত থকাৰ ব্যৱস্থাও আছে। সৰু ঘৰ এটাত ৰন্ধা বঢ়াৰো ব্যৱস্থা আছে। কিন্তু সি নিজৰ ঘৰতহে থাকে। তাৰ ঘৰ চম্পাপুৰৰ ওচৰতে। এখন সৰু পথাৰ পাৰ হ'লেই হ'ল। পথাৰৰ কিনাৰেদি এটা সৰু বাট। গোবাটতকৈ অলপ হে বহল। বানপানীৰ পাছত বাটটো চিনিব নোৱাৰা হয়। সি খৰালি এতিয়া সেইটো বাটেৰেই অফিচলৈ চাইকেল মাৰি আহে। অৱশ্যে পাছত

সি কি মূৰ্ত্তি ধৰে ঠিক নাই। কামত সোমোৱা মাথোন চাৰি মাহহে হৈছে।

অনুপ সঁচাকৈয়ে আমাৰ অঞ্চলটোৰ ডাঙৰ সম্পদ। বৰ চোকা ল ৰা। কলেজত বৃত্তিৰ ওপৰতে পঢ়িলে। বাপেক পাঠশালাৰ পণ্ডিত। তেওঁৰনো কিমান অৰ্থৰ জোৰ থাকিব? সি খুব ভালকৈ পাছ কৰি ইঞ্জিনিয়াৰ হ'ল। চাকৰি বিচাৰিলে নিজৰ ঠাইতে। কাৰণ নিজৰ ঠাইৰ মানুহৰ বানপানীত নৰকযন্ত্ৰণা হোৱা সি ওপজাৰে পৰা দেখি আহিছে। সি হেনো পঢ়ি থকা অৱস্থাতে গাঁৱৰে (তাৰ গাঁওখনৰ নাম লাচিমজান) কন্দৰ দাসক কৈছিল যে ইঞ্জিনিয়াৰবোৰৰ লগত ঠিকাদাৰৰ শঠ মিতিৰালিৰ ফলতেই ৰাইজৰ এই দুৰ্দশা। সময়মতে মথাউৰি সজা নহয়, পানীয়ে ছিঙি পেলোৱা মথাউৰিৰ সময়মতে মেৰামতি নহয়। আৰু বহুত অন্যায় হয়। সেইবোৰ কথা ইঞ্জিনিয়াৰ নহ'লে বুজিব নোৱাৰি। মুঠতে পঢ়া-শুনা জনা মানুহবোৰ, বিশেষকৈ কাৰিকৰী জ্ঞান থকা মানুহবোৰ, একো একোটা মস্ত তেজপিয়া।

সিয়ো কাৰিকৰ। কিন্তু সি তেজপিয়া হ'ব নোখোজে। সি মানুহ হ'বলৈ বিচাৰে।

অনুপে নিজৰ ঠাই'ত কাম বিচাৰিলে। নিজৰ ঠাইত সাধাৰণতে চাকৰি দিয়া নহয়। সেইঠাইৰ তলানলা মানুহজনে বুজি পায় কাৰণেই। কিন্তু অনুপৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হ'ল। গুৰিয়াল ইঞ্জিনিয়াৰজনে তাক নিজৰ ঠাইতে কাম দিবলৈ বাধ্য হ'ল। কাৰণ ইঞ্জিনিয়াৰিঙৰ পৰীক্ষাত সি প্ৰথম বিভাগেই কেৱল পোৱা নাছিল, প্ৰথমো হৈছিল। তাক আন ঠাইত কাম দিয়াহেঁতেন বাতৰি কাকতবোৰে হুলস্থুল লগালেহেঁতেন। অনুপ ইঞ্জিনিয়াৰ হৈ নিজ অঞ্চললৈ অহাৰ পাচত মানুহবোৰৰ কিবা এটা বেলেগ ভৰসা হ'ল। সকলোৱে একেমুখে ক'লে—হওক তেও, অনুপ বোপা আহিল যেতিয়া আমাৰ কিবা এটা হ'ব, বানপানী নাইকিয়া নহ'লেও ইমান উৎপাত নহ'ব। এই পাষণ্ড সোপাৰ টকা খোৱাৰ চক্ৰান্ত বোৰহে নাইকিয়া হ'ব।

এতিয়া বহুতে সুধিব পাৰে . মই সৰ্ব্বজ্ঞান নেকি ? অনুপৰ ইমান বোৰ কথা জানো কেনেকৈ ? সমিধানটো নিচেই সহজ। মই আৰু অনুপ একেখন পাটীতে বহি গিৰিকান্ত পণ্ডিতৰ পৰা ক—ক—ম-ম শিকা ল'ৰা। সি দোপতদোপে উন্নতি কৰিলে। মইহে শামুকৰ খোলা হ'লোঁ। কোনো-মতে মজলীয়া স্কুলখন পাছ কৰি এতিয়া ছিটাদাৰ হৈছোঁ। মই জেনেই নি কিন নহওঁ। অলপ অচৰপ পইচা পাওঁ। তাৰে ঘৰখনৰ জোৰা মৰে।

অনুপে মোক সকলো কথাই কয। তাৰো সুখ-দুখ বোলা বস্তু এটা আছে। দুখত মই তাক প্ৰবোধ দিওঁ, সুখত তাক উত্তাৱল নহ'বলৈ কওঁ। হেজাৰ হওক জীৱনত বহুত ভূগিলো কাৰণে সংসাৰত চলিব পৰা বুদ্ধিবোৰ তাতকৈ মোৰ অলপ বেছি। সিও স্বীকাৰ কৰে।

খৰালি ৰাস্তা পদূলিবোৰ অলপ ভাল হৈছে। বৰ ওখোৰা মোখোৰা। এখন কাঠৰ দল, পানীযে উটুবাই নিলে। এতিযা কাষেদিহে বাট এটা হৈছে। তদুপৰি এছোৱা বাটত ধূলি। মটৰগাড়ী এখন আহিলে ডাৱৰৰ মাজৰ পৰা লোই অহা যেন লাগে।

তথাপি মন্ত্ৰী ডাঙৰীযা আহিব। যোৱাবাৰ এজন বানমন্ত্ৰী অহাৰ কথা আছিল। কিন্তু তেওঁ চহৰৰ পৰাই হেনো আমাৰ খা-খবৰ লৈ গুচি গ'ল। সেইজন ৰেলেগ মন্ত্ৰী। তেওঁৰ হেনো পদোন্নতি হ'ল। এতিয়া তেওঁ ৰাজহ মন্ত্ৰী। আমাৰ তালৈ আহিব বুলি এপষক আগতে খবৰ দিয়া এইজন মন্ত্ৰীৰ নাম গৌৰ পাটগিৰি। আগতে ইযাতকৈ ডাঙৰ মন্ত্ৰী আছিল। খেতিবাতি, মাছ আৰু পানী সিচা বিভাগ তেওঁৰ হাতত আছিল। এতিয়া মাথোন এটাহে বিভাগ। তেওঁৰ অৱনতিহে হৈছে।

গতিকে ধৰিব পাৰি যে তেওঁ মানুহ সুবিধা বিধৰ নহয়। কিবা কেলেংকাৰী ওলাল হেনো। বহুতে কয় কথাটো মিছা। শতুৰুৰ তালিবাজি হেনো।

অনুপে মানুহটোক আগতে দেখা নাই। আচলতে সি এতিয়ালৈকে তিনিটামান মন্ত্ৰীক হে দেখিছে। ডম্বৰ খাটনিযাৰে কিন্তু বহুত মন্ত্ৰী দেখিছে।

মন্ত্ৰীৰ তলুৱাৰ খজুৰতি মাৰি সি একে ঠাইতে চৈধ্য বছৰ আছে। এই ঠাই হেনো বান বিভাগৰ মানুহৰ বাবে স্বৰ্গ। এই স্বৰ্গৰ অৰ্থ বেলেগ।

বাৰু থাওক সেইবোৰ কথা। মূল কাহিনীটোলৈ আহোঁ। অনুপ আজি পুৱাই চাইকেল মাৰি মোৰ ওচৰ পালেহি। সি ক'লেহি, "মন্ত্ৰী আহিব। খুব ভাল কথা। তেওঁ দেখা শুনা কৰি গ লে, ইয়াত বহুত খৰচ কৰিব পাৰিম। কিন্তু আজিৰ দিনটো পাৰ হ'লেহে ৰক্ষা পৰোঁ। সকলো ভাৰ মোৰ ওপৰত। মই কি কৰিব লাগে একোৱে উৱাদিহ নেপাওঁ। ডম্ব বিচনাত পৰি আছে। সি থকাৰ্হেঁতেন একো চিন্তাই নাছিল।"

"কি হ'ল তাৰ ?"

মই সুধিলত সি ক'লে, "ৰাতি ক'ৰবাৰ পৰা সি উভতি আহিছি া। গাত বহুত নিচা। তাৰ মটৰ চাইকেল ৰাটৰ পৰা খালত পৰিলগৈ। কাম্মিহাড ভাগিছে হেনো। তই তাৰ মটৰ চাইকেলখন চলাব লাগিব। চহৰৰ পৰা কিবাকিবি আনিব লাগিব। আৰু এটা কথা। এতিয়া মোৰ লগত ওলা। তই মেঘাইৰ লগতে ডাক বাংলাত থাকিব লাগিব। লাগ বুলিলেই তোক বিচাৰি পাব লাগিব।

সি চাহটোপা খাবলৈকে নৰ'ল। মই তাৰ লগত গৈ চম্পাপুৰ ওলালোঁগৈ। ইতিমধ্যে আটিলা আৰু মেঘাযে খোৱা বস্তুৰ যোগাৰ কৰিলেই। কেইচবলামান চিতল মাছ, দুটা কুকুৰা, বুট দাইল, গৰম মছলা, তিয়ঁহ, গাঁজৰ, ধনীযাপাত ইত্যাদি। কালিযেই বস্তুবোৰ অনাইছিল। ডম্বৰ পৰা টকা ধাৰে লৈছিল। ইযাতে ভালেখিনি খৰচ হ'ল। বস্তুবোৰ দেখুৱাই মেঘাযে ক'লে—"আৰু দুটা বস্তু লাগিব। ডম্ব খাটনিযাৰে কোৱা মনত পৰিছে। দাম পৰিব কিন্তু।"

"কি কি বস্তু ?"

"বাচমতি চাউল আৰু বিলাতী মদ। দোকানত নোপোৱা মদ। স্কচ। বটলত সাত শৰ পৰা এহেজাৰলৈকে।"

"গৌৰ পাটগিৰিয়ে এইবোৰ মুখত দিয়ে বুলি তই কেনেকৈ জানিলি ?"

"ডম্ব খাটনিযাৰে কোৱা কথা। সি হযতো ক'ৰবাত শুনিছে।"

অনুপ শৰ্মা বিমোৰত পৰিল। ইমানবোৰ টকা খৰচ কৰিব লাগিব। কিন্তু মন্ত্ৰীয়ে খৰছটো দিব জানো?

এই কথা মেঘাই আৰু আটিলাক সোধা গ'ল। সিহঁতে ক'ব নোৱাৰিলে। জম্বুবানে মালীৰ কাম কৰে। বুদ্ধিত প্ৰখৰ। সি ক'লে, "এবাৰ এটা মন্ত্ৰী আহিছিল। সেইবাৰ আকৌ ডম্বৰ দৈধীয়েকৰ যোৱাথোৱা অৱস্থা। মন্ত্ৰীৰ আলপৈচানৰ ভাৰ পৰিছিল এচিচ টেণ্ট ইঞ্জিনিয়াৰ তমো বাৰ্লিকৰ ওপৰত। সিও আমাৰ অনুপৰ দৰে মন্ত্ৰীৰ মতলব বুজা মানুহ। যাবৰ সময়ত মই এটা চেলাম মাৰি থিয় দি থকা দেখি ৰাজপুৰুষজনে কথাটো বুজি পালে। এচিচ টেণ্ট ইঞ্জিনিয়াৰক খোৱাৰ খৰচটো দিলে। তেৱোঁ বেঙা। কিয়নো টকা কেইটা ৰাখিব লাগে।"

"বাৰু জম্বু স্বচ বোলা মদটো তেওঁক লাগিছিল নে।"

'অনাইছিল। আচল কথাটো ক বলৈ গ'লে, মযে চহৰৰ পৰা আনি-ছিলোঁ। তেতিয়াই নগদ পাঁচশ টকা পৰিছিল।"

সেযেহে অনুপ ৰাব মই ভাবিচিন্তি জম্বুবানকে এইটো কামৰ ভাৰ দিলোঁ। কিন্তু অনুপৰ হাতত ইমান ধন নাই। মাছ, কুকুৰা চৰাই আৰু শাক পাচলিৰ দামটো নেৱাহ, আটলা আৰু জম্বুবানে যোগাৰ কৰি দিলে। এপ্ৰাহৰ আগতে দৰমহা পোৱাৰ বাবে সিহঁতৰ হাততো পইচা আছে।

অনুপ বৰ হতাশ হ'ল। সি ক'লে, "চাকৰিত সোমোৱাৰ দিন ধৰি মই দৰমহা পোৱাহ নাহ। 'পে শ্লিপ' বুলি কাগজখন আহিলেহে দৰমহা একেলগে পোৱা যাব। সেইখন কাগজ আহিবলৈ কেতিয়াবা এবছৰো লাগে।'

মই ক'লোঁ, "তেনেহলে কথাটো দুৰ্লভ দোকানীক কবি আকৌ। সৰিযহৰ কাৰবাৰ কৰি সি ভাল পইচা কৰিছে।"

মই কওঁতে দুৰ্লভ দোকানীযে এহেজাৰ টকা দিলে। তাকে লৈ জম্বু চহৰলৈ গ'ল। বিলাতী মদৰ বটলটোৰ লগতে সি বাচমতি চাউলো আনিব। তাকো কিলোত চৈধ্য টকা দৰত।

অনুপে এটা হুমুনিয়াহ কাঢ়িলে। মেঘাই আৰু আটিলাৰ মনৰ ভাববোৰ কথাত্তে ফুটি উঠিল।

আটিলাই ক'লে, "এইবোৰ দেখিলে কাম এৰি ডকাইত হ'ম যেন লাগে। এটা মানুহৰ কাৰণেই এটা ভোজৰ খৰচ।"

মেঘায়েও হয়ভৰ দি ক'লে, "সিফালে আমি আধাপেটীয়া। আমাৰ মাজৰে বহুত জকা ওলোৱা মানুহ মন্ত্ৰীজনে নিশ্চয় দেখা পাব। তেওঁয়াও এইবোৰ বস্তু খাবলৈ তেওঁৰ মন যাবনে ?"

মই মনে মনে থাকিলোঁ। অনুপে মোক আচুতীয়াকৈ মাতি আনি ক'লে "বুইছ সাধন, কাইলৈকে আমি বাকী মাৰিব পাৰিম। তেওঁ নিশ্চয় টকাখিনি দিব। আমি বিল কৰিব লাগিব।"

মই সুধিলোঁ, "বিলৰ তলত কোনে চহী কৰিব ?'

সি ক'লে, "মেঘাযে। সিযেইটো ৰন্ধা বঢ়া কৰে। —কিন্তু অনুপ, বটলটোৰ দামটো ?"

অনুপে ক'লে, "অতিৰিক্ত খৰচ বুলি ধৰি দিলেই হ'ল।" আমি ইমান দায়িত্বৰ মাজতো হাঁহিলো।

বয়স কিজানি তুকুৰি পোন্ধৰ। আমি তেওঁৰ পুতেকৰ বয়সৰ। পিন্ধিছে এবিধ নতুন পোছাক। মেঘাযে ইয়াৰ নামটো জানে। কিবা 'চেফাৰি চুট' হেনো। তেওঁৰ চছমাযোৰ ইমান ডাঠ যে চকুহুটা ভালকৈ নেদেখি। হাত তুখনত ঘনকৈ গঁজা নোম। কপালৰ ভালেখিনি ওপৰলৈকে চুলি নাই। কিন্তু তপা বুলিও ক'ব নোৱাৰি। গাটো লাহী। তেওঁ সন্ধিয়াহে ওলালহি। মটৰৰ লাইটতহে বানপানীৰ তুৰ্কাৰ্ধবোৰ চাই ল'লে। তেওঁৰ লগত পিছে তিৰোতা এগৰাকীহে। অৱশ্যে বন্দুকধাৰী পুলিচৰ ভেন এখনো লগে লগে আহিছে।

ৰাইজে তেওঁক লগ পাবলৈ বিয়লি চাৰি বজালৈকে বৈ আছিল। শেহত অধৈৰ্য হৈ ঘৰাঘৰি গ'লগৈ। অনুপ আৰু মোৰ চিন্তা। খাবৰীয়া

এটা নহয়, দুটা। লগত এজনী তিৰোতা। তেওঁৰে তিৰোতা চাগৈ। কিন্তু তাকে সুধিবলৈ কাৰ সাহ হ'ব ?

আকৌ জম্বুৰ পৰা উপদেশ ল'বলগীয়া হ'ল।

"জম্বু, দুটালৈ আঁটিব জানো ?

"আঁটিব।"

"পুলিচবোৰে কি খাব ?"

"মই শুনিছোঁ, সিহঁতে পালপাতি থানাত খাবগৈ। সিহঁতৰ বাবে কি চিন্তা ? য'তে থাকে, ত'তে ডকা-হুৰা দি খাব।

"মানুহজনী কোন ক'ব পাৰনে, জম্বু ?"

"সাধনকাই তযো তাইক চিনি নেপাবনে ?"

"নাই পোৱা। বস্তুৰ দামদৰ বেছি হোৱাৰ পৰা আজি-কালি টাউনলৈ বাধ্যত পৰিহে যাওঁ।"

"তইনো কেনেকৈ চিনি পাব ? কিজানি আমাৰ বা লাৰ ওচৰৰ কোনেও চিনি নেপায়। কোনোবাই দেখিছিল যদিও এতিয়া মনত পৰা নাই কিজানি। তাই মনত ৰৈ যাব পৰা ৰিধৰ ৰূপহী নহয।'

"তেনেহলে এওঁ মন্ত্ৰীৰ ঘৈণীযেক নহয। কোন বাৰু ?"

"তোক অকলে ক ম। অনুপে শুনি বেয়া নেপায যদি এতিয়াই ক'ম। অনুপে বা কি কয ?"

"ক বাৰু।"

"তহঁতৰে একজিকিউটিভ ইঞ্জিনিযাৰে হোম পুৰি বিয়া কৰোৱা তিৰোতা। "

আমি কথাটো পঁচানে মিছা ভাবি চাবলৈ সময় নৌহওঁতেই, জম্বু বানে ঘৃণা আৰু বিতৃষ্ণাৰে কৈ থাকিল, "তাই নাটেশৰীৰে ইযাতে জানো কম খেলা নেদেখুৱালে ? এদিন দুয়োটা আহিছিল। সি ৰাতি মদ খাই বেহুঁচ। এই সুবিধাতে কনট্ৰেক্টৰ এটাই তাইক একালে লৈ গ'ল। এদিন আকৌ তাৰ ওলোটাটোহে ঘটিল। সি দিনত কাম চাবলৈ গৈছিল। তাই খাই লৈ বেহুঁচ হৈ বিচনাৰ তলত পৰি আছে। গোটেইথন বমি। বুইছ,

অনুপ, যিমানেই ওপৰলৈ যাবি, সিমানেই এইবোৰ কথা বেছিকৈ বুজিবি। পেৰখন বৰ লেতেৰা।"

মই অনুপলৈ লক্ষ্য কৰি আছো। তাৰ মুখখন কঠিন হৈ পৰিছে। সি হাত দুটা মুঠি মাৰি ধৰি আছে।

"কি হ'ল, অনুপ?"—মই সুধিলোঁ। সি একো নকৈ আঁতৰি আহি ডাক বাংলাৰ চৌহদৰ বৰ নিমজোপাৰ তলত থিয় দিলেহি। মই তাৰ ওচৰ পাই সুধিলোঁ, "জন্মুৰে তোক 'তই' বুলি কোবাত কেনেকৈ বেয়া পালি?" সি ক'লে, 'কিয় বেয়া পাম? আমি একেখন গাঁৱৰে। সি মোৰ জেঠাইৰ ঘৰৰ ওচৰৰে।"

'তেনেহলে কিহত খোপ?'

"সেয়া কাকো কোৱা কথা নহয়। এইবোৰ মনৰ ভিতৰতে গুজৰি-গুমৰি থকা বস্তু। সাধন, মই ভুল কৰিলোঁ কিজানি। ইঞ্জিনিয়াৰ নহৈ ক'ৰবাত মাষ্টৰ হৈ থকাই ভাল আছিল।"

সেইদিনা মন্ত্ৰীয়ে হেনো অনুপক বানপানীৰ বিষয়ে একো কথা নক'লে। চহৰত এই সম্পৰ্কে একজিকিউটিভ ইঞ্জিনিয়াৰ আৰু চুপাৰিণ্টেণ্ডিং ইঞ্জিনিয়াৰৰ লগত আলোচনা কৰাৰ কথাহে ক'লে। ৰাতি কুৰলীত খাকী কাপোৰ তিয়াই পুলিচে মন্ত্ৰীক পহৰা দি থাকিল। মই ৰাতি মেঘাইৰ লগত আছিলোঁ। অনুপ মাজনিশা ঘৰলৈ চাইকেল মাৰি গৈছিল আৰু ৰাতিপুৱাই ওলাইছিলহি।

মই মেঘাই আৰু জন্মুক ফুচফুচাই কথা কোৱা শুনিলোঁ

"অলপো বাকী নেৰাখিলে ৰোপাই। গোটেই বটল শেষ।"

"তাই বেছি খালে। তাই এটা পিশা। সি একো খবৰ নেপাযনে? মানে ইঞ্জিনিয়াৰ গিৰিয়েকে?"

"ক'ত নেজানে? সিওবা তাই নথকাৰ সুযোগ লৈ তাৰ ঘৰলৈ কাক আনিছে কি ঠিক? সিহঁতৰ এইবোৰ বাছ-বিচাৰ নাই। মাখোন, টকা লাগে, ঘৰবাৰী লাগে, প্ৰমোচন লাগে। থুৱাই কটা।

মোক আৰু অনুপক দেখি সিহঁত নিমাতে ৰ'ল। আমি চাৰিও গৰাকিল হৈ এখন বিল বনালোঁ।

| | |
|---|---|
| ভাত চুকাহী— | ১৫ টকা |
| দাইল চুবাতি— | ৬ টকা |
| কেঁচা শাক-পাচলি— | ৫ টকা |
| মাছ ৮ পিছ— | ১৬ টকা |
| মাংসৰ সৈতে জোল— | ২৪ টকা |
| অতিৰিক্ত খৰচ— | ৭০০ টকা |
| মুঠ | ৭৬৬ টকা |

হাতেৰে লিখা বিলখনত মেঘাযে চহী দিলে। মন্ত্রী আৰু সেই মন্ত্রীৰ পত্নীৰ অভিনয় কৰা তিৰোতাজনী বাৰান্দা পালেহি। ড্রাইভাৰটোৱে গাড়ীৰ দুৱাৰখন খুলি বৈ থাকিল।

মই আঁতৰৰ পৰা লক্ষ্য কৰি থাকিলোঁ। বিলখন হাতত লৈ মেঘায়ে মন্ত্রীক এটা চেলাম দিলে। মন্ত্রীযে সুধিলে, "কিবা কথা আছে ?" তেওঁ ওচৰতে থকা অনুপৰ ফালে চাই আকৌ সুধিলে, "ই মাষ্টৰ ৰ'লৰ মানুহ নেকি ?"

অনুপে একো ক'বলৈ নৌপাওঁতেই মেঘাযে ক'লে, "বিল আছিল, ছাৰ।"

তেওঁৰ এইবাৰ আচল মেজাজটো কেনেকুৱা তাকে বুজা গ'ল। বিলখনলৈ পোন্দোৱাকৈ চাই, অনুপ আৰু মেঘাইৰ মুখত চাৱনিৰে বিহ ঢালি, বিলখন চিৰাচিৰকৈ ফালি মেঘাইক ধমক দিলে। সিও কাঁহি ছিটিকা দিলে।

মন্ত্রীয়ে অনুপক সৰু সৰুকৈ কিবা ক'লে। মই নুশুনিলোঁ। গাড়ীৰে ধূলি উৰুৱাই মন্ত্রী গ'লগৈ।

মই অনুপৰ ওচৰ চাপি গ'লোঁ। তাৰ কাণ দুখন ৰঙা পৰিছে। কপাল আৰু গালত তেজে খোপা বান্ধিছে। তাৰ চকু দুটায়ো বিহ ঢালিছে। আকৌ হাত দুটা মুঠি মাৰি ধৰিছে। মোৰ তাক মাতিবলৈ সাহ

নহ'ল। সি কোঠাৰ চকি এখনত অবস হৈ বহিল। টেবুলত থকা পানী এগিলাচ কোট কোটকৈ পিলে। সি এই আঘোনৰ পুৰা ভাগতো ঘামিছে।

মই তাৰ ওচৰতে বহিলোঁ। অৱশেষত সি মুখ মেলিলে, "সাধন, পাতকীটোৱে কি ক'লে, জান?—হেৰা, নেজানা যদি আমক সুসুধিলা কিয়? তোমাৰ বান্ধনীয়ে মোক দস্তুৰমত অপমান কৰিছে। মই ক'লো, ছাৰ, এইবোৰ সিয়ে খৰচ কৰিছিল। মোৰ কথা শুনি সি মাথোন মোৰ পিঠিত চপৰিয়াই গাভীত উঠিল। এতিয়া খোৱাৰ বাবদ ৬৬ টকা দিব পাৰিম। কিন্তু জম্বুৱে ওস্তাদী দেখুৱাই সাতশ টকীয়া বটলটো দিলে কিয়?"

জম্বু এনেতে ওলালহি। কোঠাটো ইমান পৰে গোমোঠা হৈ আছিল। সি অহাৰ পাছত গোমোঠা অৱস্থাটো অলপ পাতল হ'ল।

সি ক'লে, "হওক তেও, পুহৰৰ আঁতৰিল।" মই জম্বুক টানকৈ সুধিলোঁ, 'সেইডালক উপযাচি মদৰ বটলটো দিলি কিয়?" সি ক'লে "নইহে উপযাচি দিম? ইমান বেঙা পাইছ? মই এইবোৰ ভব্যগব্য মানুহৰ ভাব ভাষা নুবুজোঁ নেকি? গা বিষাইছে, টোপনি যাবনে নেযায ঠিক নাই। তোৰ চাহাবক ক'বি। —এইখিনি কথা শুনাৰ পাছত মদৰ বটলটো নিদিম কিয়? বাক্কৈ সেইজনী আহি ৰক্ষা কৰিলে। এস্ ৰাতিটো অকলশৰে থাকোঁ কেনেকৈ? তোৰ চাহাবক ক'বি। এইবুলি কোবাহেঁতেন ক'ৰবাৰ পৰা মাইকী আনি দিব লাগিলহেতেন।"

শেষৰফালে তাৰ মাতটো ফাটি গৈছিল। ইমানেই তাৰ খং।

জম্বু আমাৰ ওচৰৰ পৰা উচাট মাৰি গুচি গ'লত অনুপে খুব গহীনাই আচল কথা কেইটা কৈ গ'ল "তেওঁ জহন্নামে যাওক। আমাৰ অনুতাপ কৰিবলগীয়া একো নাই। তেওঁ মোৰ পিতৃৰ বয়সৰ। কিন্তু তেওঁৰ পৰা মই শিকিলোঁ কি? পৰস্ত্ৰীক এনেকৈ আনিব লাগে, মদ খাব লাগে, এইবোৰ? তেওঁ আৰু ডাঙৰ কথা এটা শিকাই গ'ল মানুহ পানীত বুৰি মৰক, মথাউৰি হওক বা নহওক, তইঁতে টকা খা, মোকো তাৰ ভাগ দে। সাতশ আঠশ টকাৰ খোৱাৰ খৰচ মই দিব লাগিব। এইটো ধৰা-বন্ধা কথাৰ অৰ্থ এয়ে নহয় জানো? বুইচ সাধন, এনে কৰিয়েই মই জীৱন

আৰম্ভ কৰিলে তই মোক কি বুলি ক'বি? গোটেই জীৱনটোৱেই মোৰ পৰি আছে। পোনতেই নষ্ট হ'ব নোখোজোঁ। পাপী হ'ব নোখোজোঁ। মই শেষ সিদ্ধান্ত ল'লোঁ।"

"কি?" মোৰ ব্যগ্ৰ প্ৰশ্ন।

"কাম ইস্তফা দিম, এই কামত থাকিলে সৎ হ'ব নোৱাৰিম। সৎ হ'লে ঠিকাদাৰ-ইঞ্জিনিয়াৰৰ তুষ্ট চক্ৰটোৱে মোক মাৰি পেলাব।"

"কিন্তু তেতিয়া অঞ্চলটোৰ অৱস্থা কি হ'ব অনুপ? তয়ে আমাৰ ভৰসা আছিলি।"

"এই উত্তৰ মোৰ হাতত নাই ভৱ্যগৱ্য পণ্ডিতবোৰৰ হাততো

অনুপে সঁচাসচিকে কাম ইস্তফা দিলে। তাৰ পাছৰ পৰা মই তাৰ একো খবৰ নেপাওঁ। ময়ো বদলি হ'লোঁ। এনেকৈ পাঁচ বছৰ গ'ল।

মই নতুন ঠাইত ঘৰ সাজিলোঁ। এদিন এই নতুন ঠাইৰ দহ মাইল আঁতৰৰ চহৰখনলৈ আহোঁতে হঠাতে আমাৰ অফলাৰে দুজিডাঁঙৰ সৰু মালিক লগ পালোঁ। সহমৰিৰ পোছাকী নাম কি ক'ব নোৱাৰোঁ। সি এখন চহৰত 'প...'। সি মোক দেখিয়েই সাবট মাৰি ধৰিলে। মোক তাৰ গাড়ীখনত উঠাই তাৰ ঘৰলৈ লৈ গ'ল আৰু ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীৰ লগত চিনাকি কৰি দিলে। চাহ-জলপান খোৱাৰ পাছত মোৰ নিচেই কাষত বহি সি ক'লে, "সাধন অনুপ জানো তোৰ লগৰ আছিল? সি এতিয়া আমেৰিকাত থাকে। তই খবৰ পোৱা নাই কিজানি। মই অলপতে আমেৰিকালৈ গৈছিলোঁ। তাৰ ঘৰত দুদিন আছিলোঁ। সি তাত এটা ডাঙৰ ইঞ্জিনিয়াৰ। সি এতিয়া এটা ডাঙৰ কোম্পানীত কাম কৰে। সি মিছিছিপিৰ নিচিনা প্ৰকাণ্ড নদীৰ বান ৰোধ কৰিব পাৰে। সিহঁতৰ কোম্পানীটোৰ এয়া বিশেষ কাম। এতিয়া সি হডছন নদীক বশ কৰাৰ কামত লাগিছে। মোক বিমানকোঠত থ'বলৈ আহি থোকা-থুকি মাতেৰে

সি কি ক'লে জান ? বোলে, দাদা, দেশৰ বোকাপানী আৰু ধূলিধালি এৰি/লোঁ, স্বৰ্গ যেন ভেগা পালোঁহি। ধনো পাওঁ, থাকোঁ চাহাবৰ দৰেই। কিন্তু বোকাপানী আৰু ধূলিবালি এৰি জানো ভাল কৰিলোঁ ? সদায় ভাবো, দাদা এই চিকুণ ঠাইখনতকৈ নিশ্চয় চম্পাপুৰ আৰু সোণাৰুগুৰিৰ বোকাপানীও ভাল, ধূলি-মাকতিও ভাল। মই ত্ৰিশঙ্কু, ইকূলৰো নহ'লোঁ, সিকূলৰো নহ'লোঁ।"

মই সৰুমনিৰ মুখে অনুপৰ কথা শুনি তাৰ বিষয়ে আৰু কথা জানিবলৈ উৎসুক হৈ পৰিলোঁ।

—+—+—

# নবেতালৰ সাধু

আগতে ইয়ালৈ জীপ গাড়ী ফাষ্ট কিলাছ গাড়ী নেলাগে দেছুৱালীৰ এটা ঘোঁৰাই টনা গাড়ীও আহিছিল নে নাই সন্দেহ। এতিয়া জীপেই জীপ, ফাষ্ট কিলাছেই ফাষ্ট কিলাছ। যোৱা পাঁচ বছৰ ধৰি মাছ-কাছ নথকা মৰিবিল যেন হৈ পৰি থকা গাঁওবোৰৰ ঠেক খোৱা-মোখোৰা আলিবোৰ কঁপাই, বুনি উকবাহ পেঁ পোঁ-পিঁ-পিঁ থ-থ থ থকৈ তহল দি যুৱা গাড়ী-বোৰৰ পেটত কাহানিও গাত ৰ'দ নপৰা ধুলি মাকতি নলগা ফুলবাবু-বোৰে—উকীল, মুকতিয়াৰ পৰ্পেচৰ মহাজন, পাতি নেতা, বৰনেতাবোৰে গাঁওবোৰ উতুলি মুতুলি কৰিছে। যেন আগৰ কালৰ বিয়া-সবাহৰহে পথোভৰ। এতিয়া নিচলা গাঁৱলীয়াবোৰক আশাসত চাং পাতি তাৰ ওপৰত বেধুন নাচিছে। কিজানি পুতলা নাচহে। এনেকৈ যোৱা ছকুৰি বছৰে মাজে মাজে নাচি আহিছে। কিন্তু কিনো ফুটুকাৰ ফেনটো পাইছে?

বুইছা ন, ভকতৰাম কথা গুটাও'। তং কৰি চাইছানে? এয়া হ'ল—আমাৰ পৰা এটা দুখীয়া ৰঙৰ যোগ চিনৰ ছাব লৈ বৰনেতা হোৱাৰ ভাগিভাগি। 'অৰ্থাৎ' ভোট-পৰ। আমাৰ থৰডীয়া বাপুৱে কয়, তমোময় ইলিকচন বুলি। থৰডীয়া বাপুৰ হ মুখৰপৰা ওলোৱা একো একোটা শব্দৰ কি জোৰ! বাপুৱে সিদিনা কি ক'লে জানা, ভকতৰাম? বোলে, এইখন হেনো দৈত্য-দানৱৰ যুঁজ নহয়, দৰ-দাম কৰাৰ যুঁজহে। মই হ'লে কথাটো বুজিব পৰা নাই। তুমি বুজিছানে, ভকতৰাম? নিজৰ নামৰ

বিপৰীতে থকা ছবিত মানে ভোটৰ কাকতৰ ছবিত, ছাব মাৰিবলৈ কোৱা মানুহবোৰৰ যে বকতিতাৰ কি ৰহণ। সিদিনা বুঢ়া উকীল বিপিন কলিতাই সভাত ক'লেহি, "মই বিপিন কলিতা, এম-এ, বি-এল। আৰু আমাৰ ইয়াত ভোট বিচৰাজন হ'ল শুকদেউ দত্ত, বি-এ, এল এল-বি। শিক্ষাত দেখোন মোতকৈ এটা আখৰ বেছিহে।

এইবোৰ বাৰু কথাৰ কথা হ'লনে, ভকতৰাম? কতই যে কত ধৰণৰ ভোট সলাইছে। এবা, এই ফাগুনত আমাৰ আটাইবে ভোট সলোৱাৰ পাল। কাৰ কথা কম কোনে পতিয়াব যাৰ কথা কম সিয়ে লাগিযাব। তথাপি, ভকতৰাম, শুনিব খুজিছা যদি আমাৰ দণ্ডাইৰ, মানে দণ্ড মাষ্টৰৰ কথাকে শুনা। তুমিতো জানাই মই দণ্ডাইৰ পূব সীমাত থকা ৰেচবচুৰুৱা যা। এই বেইদিন দণ্ডাইৰ ঘৰলৈ মটৰ গাড়ীৰ পোঁ-পোঁ-ভোঁ-ভোঁ বাৰ শুনি আৰু বাৰেৰহনীয়া ফুচুলুৱা কথাবোৰ শুনিও কাণ ঘোগোলা হৈছে। আগতেও ভোটৰ দিন আহিছিল আগতেও জীপ গাড়ী ফাই কিলাছ গাড়ীৰ ধূলিয়ে গাঁৱৰ সেউজীয়া বৰণ ধোঁৱা-ধোঁৱা কৰিছিল। কিন্তু এবাৰো দণ্ডাইৰ ঘৰলৈ ভোট বিচৰা মানুহ এনেকৈ ওহা নছিল। কিন্তু এইবাৰ আহিছে, খুউব আহিছে। কাৰণটো কি উমান পাইছা'নে, ভকতৰাম? অলপ ভাবি চালেই উৰহা গছৰ গুৰি পাবা। আজি তিনি মাহৰ আগলৈকে দণ্ড মাষ্টৰ লৰা ছোৱালীক মাটিকালিৰ অংক শিকাইছিল আৰু কিবা বোলে 'বিভহবতি', বিশেষণ, 'বিশেইচা' বুজাই মাহ তৰা টকা কেইটাৰে ঘৰখন পোহাত বাদে বেশি পূবে ওলাইছেনে 'পচিমে ওলাইছে খবৰ কৰা নাছিল। পিছে ভোলাই ঘটনিযাৰে পুহত পেঞ্চন পোৱাৰ পাছত সেই আমাৰ দণ্ডাই 'হেট' মাষ্টৰ হ'ল। তেতিয়াৰ পৰা তাক পায় কোনে? কথা বদলিল পোছাক বদলিল চেহেৰাও বদলিল। আমাৰ চম্পাগুৰি মৌজাটোৰ লেখতল'বলগীয়া মানুহ হৈ পৰিল। সন্মান বাঢ়িল। মৌজাৰ মানুহৰ মাজত তাৰ কথা ৰজা হ'ল। 'হেট' মাষ্টৰ কম বাব নহয় দেই। আগৰ দিনৰ অধিকাৰ 'পভু সকল'ৰ দৰেই। সেই কাৰণেই দণ্ডাইক ভৰসা কৰা মানুহ বহুত।

পোনতে ওলাওকহি আকৌ আমাৰ শুকদেউ। কোন শুকদেউ বুজি পাইছানে, ভকতৰাম? সেই যে তাহানি নিজে নিজে জেলত পৰাৰ সুবিধা দিছিল—কিবা বোলেনে, চহীদ হ'বলৈ? পাছত যে এবাৰ মন্ত্ৰী হৈয়ো কোহোনাবে ধন চপাইছিল? নিজ পেটসেৱা কৰি যে গোণা মঁহৰ দৰে চেহেৰা কৰিছিল? সেই শুকদেউৰে কজিবতে দণ্ড মাষ্টৰৰ ঘৰত 'আৱিভাব'। যেন সৰগৰ দেৱতাৰ অভিশাপৰ বলত মৰতলৈ নমাৰ 'দিষ্টান্ত'। দণ্ডাইৰ পত্নলিৰ আগত এখন জীপ আৰু এখন কপৌৰভীয়া কাৰ্ট কিলাছ। জীপত বহি আছে শুকীয়া শুকীয়া 'সেংঘাতিক' চেহেৰাৰ মানুহ কেইটামান। সিহঁতৰ হাতত ৰংবিৰঙৰ কাকত, ভোট বিচাৰি প্ৰাৰ্থনা কৰা কাকত। ফাৰ্ট কিলাছত আহিছিল শুকদেউ নিজে আৰু লোদোৰ-পোদোৰ চেহেৰাৰ মাইকী মানুহ এজনীও। তাইৰ ৰংসনা ওঁঠত আকৌ উদাৰ উদাৰ ভাব বিৰিঙিওৱা মিচিকনি। যেমেনা কৰ্কালৰে মানুহজনী বেচ 'হিট-পিট' যদিও দেখাত বেচ ফেঞ্চি দেই। কেঁহোৰামৰ ঘৰত থকা সেই কেলেঙাৰৰ মাইকীজনীৰ দৰেই। সিহঁত নামি আহোঁতে দণ্ডায়ে 'পৰ্ণাম' কৰিবলৈ নেপালেই, সিহঁতেহে আগতেই 'পৰ্ণাম' কৰিলে। যেন বিনয়ৰ অৱতাৰহে! দণ্ডায়ে সিহঁতক আথেবেথে বহিবলৈ দিলে। মতা-মাইকীহাল যটোত উঠিবলৈ বহা মানুহৰ দৰে বহিল। পোনতে বিনয়ৰ সোতমোচ মুখা পিন্ধি তাহানিৰ মন্ত্ৰী শুকদেৱেই মাত লগালে, "দণ্ড, বুইছাই নহয়? চম্পাগুৰিৰ পোনতে তোমাৰ ভালৈকে আহিলোঁ। তোমাৰ কাৰণে আমাৰ চিন্তা নাই। আহিছো, আন এটা কাৰণত। তোমাৰ এতিয়া বেছ নাম হৈছে। মানুহৰ মাজত বেছ সৰৱৰাহী হৈ পৰিছা। গতিকে মানুহখিনিক ঘূৰাবা। সিপক্ষই যাতে চল নেপায়।"

ইযাকে শুনি সৰৱৰাহী (মানে কি বাৰু ভকতৰাম?) দণ্ডায়ে ভক্তিত গদ গদ হোৱাৰ ভাব দেখুৱাই, তিনিমাহ কাল 'হেট' মাষ্টৰ হৈ চতুৰ হোৱাৰ 'পৰ্মাণ' জাৰি কৰি ক'লে, "আপুনি কিয় চিন্তা কৰিছে, ছাৰ? আপুনি নিজেনো কিয় আহিব লাগিছিল? আমি সকলোৱেই আগতেই ঠিক কৰি থৈছোঁ। আপোনাত বাদেনো ৰাজধানীত সলসলীয়াকৈ কথা কোৱা

মানুহ আৰু কোন আছে ?”

এনে কথা শুনি জানো বাজকাজৰ খান্দাত থাকি ডাঢ়ি-চুলি পকোৱা শুকদেউ ভোল গ'ল ? কি কোৱা ভকতৰাম ? অঁ, অঁ, স্বৰূপ কথাই কৈছা। শুকদেউ সহজে ভোল যোৱা ভকত নহয়। দণ্ডাই যদি খালৰ চেঙেলী, আমাৰ শুকদেউ বুঢ়া সাত ঘাটৰ সৈয়া। তেওঁ ওঁঠত ৰংসনা অপেচৰীজনীলৈ অলপ পৰ চাই থাকিল। অপেচৰী আইদেউকো খোলোচা মনত দেখা নগ'ল। সেয়েহে শুকদেৱে ক'লে, “মই জানো, তুমি মোৰ হৈয়ে খাটিবা। পিছে এটা কথা, তোমাৰ অলপ খৰচ হ'ব। গতিকে এতিয়াই দি যাওঁ। এনেজাৰে হ'বনে ?”

কোন সময়ত মনে মনে থাকিব লাগে এই কথা দণ্ডায়ে ভালকৈ জানে। সি একো নমতা দেখি শুকদেৱে বাওহাতত দহখন এশটকীয়া 'লোট' ৰাখি সোঁ হাতেৰে হলো চোলাটোৰ বুকু জেপৰ পৰা আৰু পাঁচখন তেনেকুৱা 'লোট' উলিয়াই, আটাইকেইখন একেলগে কৰি মুঠাটো ফেঞ্চি ফেঞ্চি দেখা মানুহজনীক দিলে আৰু ক'লে, “অনু, তুমিয়েই দিয়াচোন। তোমাৰ লখী (লক্ষ্মী) হাত। তোমাৰ হাতেৰেই লেন দেন হোৱা ভাল।”

অনুৱে টকাখিনি দণ্ডক দিলে। দণ্ডই নলওঁ নথওঁ ভাব এটা দেখুৱাই টকাখিনি ল'লে আৰু ক'লে “কিযনো দিব লাগিছিল ? মই ক'লে কিবা ডেকাইঁতে নেখাটিবনে ?”

এনেতে অনুৱে মাত লগালে, “তথাপি অলপ খৰচ কৰিবলৈ পালে ডেকাইঁতৰ ভাল লাগিব।”

“আমি আৰু নৰওঁ। এতিয়া যাব লাগিব হাতীগড়লৈ, চিলাপুৰলৈ, এযলীয়াবড়িলৈ আৰু একেবাৰে শেষত লাচিমপুখুৰীলৈ।” এইবুলি কৈ লগতে কাৰোবাৰ বিপক্ষে বকৃতিতা (বক্তৃতা) এটাও মাৰিলে। তাৰপাছত শুকদেউ ক্ষাই কিলাচ্ছত উঠিল। অনু নামৰ অপেচৰীজনী কাষতে বহিলগৈ। গাড়ী চলাৰ সময়ত দণ্ডই হাতযোৰ কৰি থাকিল। পাছত সি ঘৰত সোমাই শহাকণীয়াকৈ ৰ ল। দুয়োখন গাড়ীৰ শব্দ কমাৰ পাছত সি ভিতৰলৈ চিঞৰিলে, “শুনিছনে সুৰাগীৰ মাক ?”

সুৰাগীৰ মাক থিতাতে হাজিৰ হৈ লহি। কিজানি তায়ো কথাবোৰ শুনি আছিল। দণ্ডায়ে টকাখিনি তাইৰ হাতত দি ক'লে, "এইখিনি বান্ধি-কুন্ধি পেৰাৰ এচুকত কোনেও গম নোপোৱাকৈ থৈ দেগৈ। এখন লোটো নভঙাবি, আনকি সুৰাগীয়ে চোলা এটা লাগে বুলি পেনপেননি ধৰিলেও, বুজিলি? মোৰ হ'লে লোট কেইখন হাতত লওঁতেই বুকুখন ধান বনাদি বানিছিল। এতিয়াও ভাবি অন্ত পোৱা নাই, এইবোৰ পাপৰ ধননে, শুক-দেৱে পৰাচিত হোৱা ধন। ইয়াৰে কি কৰোঁ ক'ব পৰা নাই।"

সুৰাগীৰ মাকৰ মুখৰ মাত হৰিল। তাইৰ চকুহাল অৰবাগুটীয়া হ'ল। তাই যে কাহানিও ইমানখিনি ধন একেলগে দেখা নাছিল।

কিহৰ তপইচা (তপস্যা) কৰিছা ভকতৰাম? দণ্ডাইলৈ ৰোষনে, শুকদেউলৈ? আগতে গোটেইবোৰ কথা শুনি লোৱা। এতিয়া বিবেকক মাটি ৰখি খোৱা। ভোটে দেখুওৱা নাচ, ভূতৰ নাচৰ দৰেই, তাল নাই, লয় নাই—আপচু।

দুপৰ নহ'লেই। আহিল আৰু এটা ভোটৰ দল। পহিলাতে কোনোবা এটা মানুহক জিন্দাবাদ দি লৰী এখন পাৰ হৈ গ'ল। তাৰ পাছত এখন জীপ গাড়ী দণ্ডাইৰ পদূলিত ৰ'লহি। দণ্ডাইৰ কাণ দুখনো কম নহয় দেই। এনজিনৰ (ইঞ্জিনৰ) আৱাজ শুনিযেই কোনখন লৰী, কোনখন ফাষ্ট কিলাছ, কোনখন জীপ গাড়ী তাৰ বুজ পায়। গতিকে আন দল এটাই বিপাণ্ডত পেলাব বুলি ভাবি সি শোৱনি ঘৰত সোমাল আৰু বেজীৰে আঠুৱাৰ ফুটা বাটিথকা সুৰাগীৰ মাক ৰহেচৰীক ক'লে, "শুনিলিনে সুৰাগীৰ মাক? আন কোনোবা আহিছে কিজানি। মই কি সাহেবে আনৰ আগত থিব হ'মগৈ? মই বিকা গ'লো মাত্ত (মাত্র) অনুৰা লোটত। তয়ে যা, নহয় সুৰাগীক ক মই ঘৰত নাই বুলি কবলৈ।"

এই কথা শুনি ৰহেচৰীৰ বোধহয় ঘৰৰ মানুহটোলৈ ভাল ভাব নহ'ল। বেজীটোৰ মূৰটোৰ পৰা চকুহাল ঘুৰাই দণ্ডলৈ চাই ক'লে, "থিতাতে ইমান সৰু হৈ পৰিব বুলি ভবা নাছিলোঁ। এটা মানুহে এটাকহে ভোট দিব পাৰে। ইয়াকোনো নকয় কিয়? পাছত ঘৰত আছিল বুলি যদি

সিঙঁতৰ কোনোবাই গম পায়, অতি লাজৰ কথা নহ'বনে ?" তথাপি বৈণীয়েকৰ কথাত দণ্ডাইৰ মন ফৰকাল নহ'ল। সি ক'লে, "তই কি বুজিবি, সুন্নাগীৰ মাক ? লেখা বহুত। মই এতিয়ালৈকে চাবেক হেট্‌ মাষ্টৰ হোৱা নাই। ভাৱখনহে লৈ আছো। এনে সময়ত সকলোৰে লগত ভালকৈ চলাফিৰা চলা দৰ্কাৰ। কোনোবাটোৱে খেমাতা (ক্ষমতা) পাই একে কোবে খতম কৰি দিব পাৰে।"

ইযাকে কৈ সি বাহিৰলৈ ওলাই আহি চ'ৰাঘৰতে ফটিক শইকীয়াক দেখা পালে। কান্ধৰ গামোচাখনৰে চকী এখনৰ ধূলি আঁতৰাই দণ্ডাযে তেওঁক বহিবলৈ দি ক'লে, "বহক চাৰ, মই আকৌ বাৰীত কাম কৰি আছিলোঁ।"

ফটিক শইকীয়া চকীখনত আৰামেৰে বহিল। ফাগুনৰ গোমা বতৰটোতে তেওঁৰ বহল ওটেঙা বথলীয়া মুখখনত ঘাম। বিয়াগোম শৰীৰৰ মানুহটোক ভাগৰুৱা যেন দেখা গ'ল। কাণৰ ওচৰৰ চুটি চুটি পকা চুলি-কেইডালতো ঘাম বিৰিঙিল। দণ্ডাইৰ মনত পৰিল খৰভীয়া বাপুৰে কোৱা কথা এষাৰ। এনেকুৱা তিনিকুৰি বছৰৰ ওচৰ চপা তেল ফাঁটি যাওঁ ফাঁটি যাওঁ হোৱা মানুহবোৰৰ হেনো ভিতৰি ভিতৰি বহুত বেমাৰ এজাৰ। কিবা বোলেনে, বহুমূত্ৰৰ, বুকু বন্ধ হব খোজা ৰোগ তেজৰ চাপ। অথচ খেমতা পাবলৈ যে কি আকুল। ফটিক শইকীযাক দেখি দণ্ডাই মাষ্টৰৰ দযাহে হ'ল। অথচ ফটিক শইকীযা মানেই চৰকাৰ। তেওঁৰ এষাৰ কথাই কাৰোবাক টিংখোপত তুলিব পাৰে। সেযেহে দণ্ডাযে চুলি খজুৱাই খজুৱাই নিজৃ ভাবে ফটিক শইকীযাৰ কাষতে খিয দি ৰ'ল। থিতাতে ফটিক শইকীযাৰ গল-গলীযা মাতটোৱে চৰাঘৰটো মুকীযা কৰি পেলালে। ক'লে "দণ্ড, বুইছাই নহয, আকৌ পাল পৰিল। ভাবিছিলো, এইবোৰ বাদ দি জিৰণি লৈ অলপ ধৰ্ম-কৰ্ম কৰোঁ। পিছে ৰাইজে ৰেহাই নিদিলে। এৰা, ৰাইজৰ হৈযে যদি নেখাটোঁ অকলে পুইন আৰ্জিলে কি লাভ ?" দণ্ডাযে এইবাৰ ডিঙি খজুৱাই খজুৱাই ক'লে, "হয় ছাৰ, আপোনালোকে আৰু ৰাইজক এৰিলে আন কোনে চাব ? ইফালে নিমখৰ দামো চেনিৰ দামৰ সমান হওঁ হওঁ।

খোৱা তেলকণো কোনদিনা পলাই পত্ৰ, মাৰে ঠিক নাই। এনে সময়ত আপোনালোকেও আমাক এৰিলে আমাৰ না জল-না-থল অৱস্থা হ'ব।"

দণ্ডায়ে হয়ভৰ দিয়া দেখি বিয়াগোম শৰীৰৰ শইকীয়াই কথা ক'বলৈ বৰ হাউচ পাই গ'ল। হাতৰ চামৰাৰ বেগটো লিৰিকি-বিদাৰি আৰু প্ৰকাণ্ড হাঁচটি এখনেৰে বহল মুখখন মচি মচি তেওঁ ক'লে, "এনে হ'বলৈ পালে কিয়? এয়া কি আমাৰ দোষ? চব সিহঁতৰ কাৰচাজি। সেই দিল্লীত বহি বহি ৰাজপাত খোৱা সোপাৰ। কিন্তু আমাৰ ইন্দিৰা আইদেউৰ দিনত জানো এনে হ'বলৈ পাইছিল? দেশ উচিতমতে চলিছিল। আৰু গোমোস্তা, বেপাৰী-চপাৰী এটাইবোৰ আইনৰ ভয়ত তাপ খাই আছিল। এতিয়া সিহঁতে চল পাই উজাৰ খাই উঠিছে। গতিকে ইয়াৰ এটা ব্যৱস্থা লাগে। সেই কাৰণেই আমি জোকৰ মুখত চূণ দিব খুজিছো। তুমি হেট মাষ্টৰ কাৰণে চব বুজা। আৰু এই বুজা কথাখিনিকে এতিয়া আনক বুজাব লাগিব। ক'ব লাগিব—আমাক জিকাব লাগিব। নহ'লে দেশৰ গতি নাই।"

এইবুলি কৈ তেওঁ চামৰাৰ বেগটো খুলি দীঘল লেফাফা এটা উলিয়ালে আৰু দণ্ডাইৰ হাতত দি ক'লে, "লোৱা হাতত ছুটা দিনহে আছে। সময় বুজি গাড়ী ভাৰা কৰিবা, ছেগবুজি ৰাইজক ভোজভাতো খুৱাবা। ইয়াৰে হয়তো দুই-চাৰি পইচা থাকি যাব পাৰে। সেয়া আৰু ঘূৰাই দিব নালাগে। তোমাৰ স্কুলটোকে মেৰামত কৰাই ল'বা। বুজিলাতো?"

আগতেই কৈছো, এই তিনিমাহৰ ভিতৰতে সাংঘাতিক হৈ পৰা দণ্ডাই মাষ্টৰে কোন সময়ত মনে মনে থাকিব লাগে জানে। সি লেফাফা-টো খুব সাধাৰণ বস্তু এটা লোৱাৰ দৰে হাতত ল'লে। ইয়াৰ পাছত বেৰ আৰু গছৰ গাত আঁৰা কাগজ কিছুমান দণ্ডাইৰ হাতত দি নকলী দাঁতেৰে মোহ লগা হাহি এটা মাৰি যটিক শইকীয়া জীপত উঠিলগৈ। দণ্ডায়ে তেওঁক বিদায় দি চ'ৰাঘৰৰ তুল এখনত বহিল আৰু লেফাফাটো খুলি তাৰ পেটৰ পৰা লোটবোৰ উলিয়ালে। তাৰ চকু কপালত উঠিল। বহুত টকা। দুহেজাৰ। সি আকৌ চিঞৰিলে, 'শুনিছনে, সুৰাগীৰ মাক? আহ, আহ বেগেতে আহ। টকাৰ উজান উঠিছে।"

ৰহেচৰীয়ে আঁচলত তিতা হাত দুখন মচি 'আইগা' পালন কৰিবলৈকে থিয় দি ৰ'ল। সি ক'লে, "এইখিনি টকাও আগৰ দৰে থৈ দে। পিছে এবিধৰ লগত সিবিধ লগ নলগাবি। আৰু এটা কথা, এখন লোটো খৰচ নকৰিবি। এয়া পাপৰ ধননে, নিজক বেচি পোৱা ধন বুজিব পৰা নাই। কোনে কয় মাইৰ মানুহৰ একতিযাৰ' নাই বুলি? কিন্তু সুৰাগীৰ মাক, ধৰ্মপেতনী হিচাপে তই ত-ৰাম উত্তম অধম এবাৰো নকয় কিয়?"

ভকতৰাম ইয়াৰ মানে কি? তাই কি বুজিলে? আপত্তি কৰিলে?" আপত্তি কৰিলে যদি টকাখিনি পেৰাত থ'লেগৈ কিয়? কি ক'লা? অ' বুজিলোঁ। ঠিকেই কৈছা। ধনৰ মোহ অতি বেয়া বস্তু। সংসাৰৰ মায়া মোহতকৈয়ো বেছি। মানে মাছ দেখিলে বগলী কণা হোৱাৰ নিচিনা।

দণ্ডাই অতি আচৰিত জীৱ দেই। ৰাতি এন্ধাৰ হোৱাত সি তাৰ ঘৰৰ দুখন চেকোৰাৰ চকুত থকা ডাঙৰ চতিযানা গছজোপাৰ ফুটাইত বহল-দীঘল আখৰ'ৰ চপোৱা, ছবি থকা কাগজ দুখন এঠাই দিলে। তাকে কৰি সি অলপ সকাহ পাইছিল বুলি পাছত মোৰ কৈছিল। পিছে সেই নিশা সি শুব নোৱাৰিলে। চিকৰাই কামোৰা গৰুৰ দৰে ধৰফৰাই থাকিল। তেনেকৈ থাকিবলৈকো তাৰ ভাইগ নহ'ল। প্ৰায় মাজ নিশা, চিকাই বৰচাঙত দলদোপ হেদোলদোপ লগোৱাৰ সময়তে, আকৌ আহক দুখন জীপ। জীপত আকৌ যমদূতৰ বিৰিলি। 'অখাত' দণ্ডাই ওলায় আহিব লাগে। সঁচাকৈয়ে মন্ত্ৰ কৰা মানুহৰ দৰে দণ্ডাই হাতত লেমটো লৈ ওলাই আহিল। এইবাৰ আকৌ শেনৰ এজাতে। দহটামান ডেকাৰ মাজত স্বয়ং বিপুল ফুকন। এইজন মানুহেই এই ভোটৰ যুঁজত ভকৰ জিকিব বুলি দণ্ডায়ে বহুতৰ মুখত শুনি আহিছে। বিপুলে বা কি কয়। কিবা গম পাইছে নেকি? দণ্ডাইৰ মনত নানা সংশয়। কিন্তু ৰাতি শুকুলা নোমেৰে শেনচকুৰা তক পণ্ডিত' এহ উকীলজনৰ 'পথম' ফাঁকি সাদৰৰ বচন শুনি দণ্ডাইৰ সংশয়ে শাম কাটিলে। বিপুল উকীলে ক'লে, "তেনেহলে, দণ্ড, আমাৰ হুলস্থূলে তোমাক কেঁচা টোপনিৰ পৰা জগালে। বেয়া নাপাবা দেই। আৰুনো কেইদিন? এতিয়া ঘণ্টা হিচাপেহে আচল

দিনটোৰ কথা ভাবিছোঁ। ইমান দেখিবৈক অহা কাৰণে ক্ষমা কৰিবা। এতিয়াও সময় আছে। মই জানো, মোৰ কাৰণে তোমাৰ দুই-এষাৰ কথাই বহুত কাম দিব।"

এইবাৰ কিন্তু দণ্ডায়ে আগৰ চং নিদিলে। সি ক'লে, "বৰ বিপাঙত পৰিলোঁ, ছাৰ। এইবাৰলৈ এৰক।"

পিছে আমাৰ বিপুল উকীল এৰা ভকত নহয় দেই। তেওঁ দণ্ডৰ হাতৰ পৰা লেমটো লৈ জীপৰ ডাইভৰ বহা ঠাইত থ'লে। নিজে বহি দণ্ডক ওচৰতে বহুৱাই লৈ পিঠিত হাত বুলাই ক'লে, "তুমি, দণ্ড, নিতান্ত বালক হৈয়ে আছা। ভোট বিচাৰি মানুহ আহিলে সকলোৱেই এনেকৈ কয়েই। আজিকালি আৰু কায়দা বেছিহে হৈছে। ঘৰ ওলালেগৈয়ে গৃহস্থই ক'ব— এস্, আপুনি ইমান কষ্ট কৰি কিয় আহিল? আপোনাত বাদেনো আন লায়ক মানুহ কোন থাকিব পাৰে? আমাৰ ওচৰচুবুৰীয়া সকলোৱেই ঠিক কৰি থৈছো। এইদৰে প্ৰত্যেককে ক'ব, কিন্তু ভোট দিব আচল মনৰ লগত মিলা মানুহক। সেই কাৰণে আগৰ নিচিনাকৈ কোন জিকিব, কোন হাৰিব জনাই টান হৈ পৰিছে। ইয়াৰ পৰাই বুজিব পাৰি, মানুহ বেছ সিয়ান হৈছে আৰু ধৰিব পাৰি, আমাৰ এই 'গণতন্ত্ৰৰো' পুৰঠ হৈছে। কিন্তু আচলতে জানো পুৰঠ হৈছে? চোৰা, যোৱা ভুকুৰি বছৰে একো নহ'ল। এতিয়া আমাৰ ইয়াত এশৰ ভিতৰত চাৰিকুৰি লোকেই নিছলা। গতিকে চৰকাৰ সলনি কৰি এবাৰ বাইজে জুতি চাওক। যদি একো কৰিব নোৱাৰোঁ, তেনেহলে আমাক ওফৰাই পেলাওক। আচলতে এদিন সত্যৰ জয় হ'বই। জয় আমাৰেই। গতিকে তুমি কটিক বা শুকদেউক কেৰেপ নকৰিবা। সিহঁত উৰি যাব।"

আগতেই কৈছোঁ, ভকতৰাম, দণ্ডায়ে এইবাৰো সঠিক সময়ত নিমাতে ৰ'ল। সেযেহে সেংঘাত্মিক' উকীল বিপুল ফুকনে ক'লে, "মোৰ হৈ খাটা, মোৰ ভাল হ'লে তোমাৰো ভাল হ'ব। এই বাস্তি দুপৰত খাটাং কথা কলোঁ। কিছুমান বুজিও নুবুজা মানুহ আছে। সিহঁতৰ এইটো চেলু। তেনে মানুহক কথাৰে ভুলাব নোৱাৰি। ধেমেহে কাম দিয়ে।

চম্পাগুৰিত* কোন কোন আছে জানা? মাধো, যোগেন, বিলাস, হৰি, সোপোকা আৰু পৰভাত। আৰু হয়তো চাৰিটামান আছে। সিহঁতক তুমিহে বলে পাৰিবা। গতিকে তোমাক এতিয়া দুহেজাৰ তিনিশ দিলোঁ। বাকী দুশ দিওৱা হ'ব। মোক হিচাপ নেলাগে। কাৰণ, তুমি মাষ্টৰ মানুহ।"

দ্বিতীয়বাৰো দণ্ডাইৰ মনে মনে থকাৰ পাল। সি খমথমীয়া লোটৰ মুঠাটো হাতপাতি ল'লে। বিপুল উকীলে আকৌ তাৰ পিঠিত চপৰিয়ালে। ইংগিত পাই দণ্ডাই জীপৰ পৰা নামিল। সি শোৱনি ঘৰত সোমাল। ভাবিলে, সুৰাগীৰ মাক হয়তো সাৰে আছে। কিন্তু তাৰ ভাৱ হৈছে, এতিয়া তাইক মাতিলে বেছিকৈ শোৱাৰ ভাওহে জুৰিব। অৱশ্যে তাৰ অনুমান ভুল হ'ল। তাযে শুই থকাৰ পৰা মাতিলে, "লেমটো সুমাই নিদিয়ে কিয়? এতিয়াও শোৱা নাই।" বৰ বেছিকৈ বিন্ধি থকা মনটোক অলপ থাউনি দিবলৈকে সি ক'লে, "বুইছ, সুৰাগীৰ মাক, পুৰা আছিলোঁ এটা এবো নিজৰ মত নথকা মানুহ, দুপৰীয়া হলোঁ এটা মহা ভণ্ড আৰু এতিয়া হলোঁ এটা মহা 'চৈত্তান'। এতিয়াং এই দুহেজাৰ তিনিশৰ লোট মোপা ল'বিনে?" ৰহেচৰীযে ক'লে, 'আপোনাৰ টকা। আপুনিও থ'ব পাৰে, মযো থ'ব পাৰোঁ। এতিয়ালৈকেতো আমি কাৰো হৈ একো কৰা নাই।" ইয়াৰ কি অৰ্থ বেছি বুজিবলৈ চেষ্টা নকৰি দণ্ডই ক'লে, "থ'গৈ। ভালকৈ। থ'গৈ। খৰচ নকৰিলেই হ'ল। সাৱধান কিন্তু, এটা সুৰাৰ লগত এটা সুৰা লেজা নলগাবি।"

ভকতৰাম ইয়াৰ পৰা তোমাৰ কি ভাব হয়? ৰহেচৰীয়ে বাৰু কিয় আকৌ যতন কৰি টকাখিনি পেৰাত ভৰালে?

কি ক'লা? এৰা, মযো তাকেই ভাবোঁ। ইহঁতক পুৰা 'চৈত্তানে' লম্ভিছে। আগৰ মানুহ হৈ থকা নাই।

দণ্ডাইৰ লগতে ৰহেচৰীও ৰাতিৰ বাকীখিনি সময় লুগুলে। পেৰাত প্ৰায় দুহেজাৰ টকা। কেনেকৈ শুব?

বিহানেই ঝিকা চাহ এপিযলা পি আমাৰ দণ্ডায়ে ৰহেচৰীক ক'লে,

"কথাৰ কথা এক সোঁতত চলিব পাৰে। চববোৰ ইলিকচন আপিচত যাব পাৰোঁ আৰু চবতে সুবিধা বুজি একো একোবিধ লেকচাৰ মাৰিব পাৰোঁ। তেতিয়া হ'লে সিমান নিমখহাৰামী কৰা নহ'বও পাৰে। কি কৰ, সুৰাগীৰ মাক? সুবাগীক কচোন, এটোপোলা তামোল কাটি দিযক।" সুবাগীৰ মাকেও এবাৰ কথা ক'লে "মইনো আৰু কি কম? আপোনাৰ বুধি-চুধি মোতকৈ কেবা ধাপ ওপৰত। মইনো কিমান পানীৰ মাছ?" এনে কথাত আমাৰ দণ্ডাইৰ মনোভাববোৰ কিংচিত (কিঞ্চিৎ) তেঙুলীয়া হ'ল। সি মাত লগালে, "এৰা, মই জানো তই হৰিলে মৰিলে মোৰ পাছত আছ, তই মোৰ ইমানৰ পৰ কোপত চিৰলাচিৰলি হোৱা মনটো বুজিব পাৰিছ।'

এই বুলি কৈ আমাৰ দণ্ডাইয়ে কামিজ চোলাটো গাত ভৰালে। সুৰাগীৰ পৰা তামোল এটোপোলা লৈ, বিষাই থকা গুৰি দাঁত এটাত চেপা অকণমান গুজি ল'লে। চোতালৰ তাঁতশালৰ খুটাত আঁজোৰাই থোৱা টাংগানিকলীয়া 'হাৰকিউলী' বাইচাইকেলখনত একে লাফে উঠিলে। ভেলো গছৰ তলৰ বুঢ়া গোসানীৰ থানখন পাৰ সে সি এজুম মানুহ দেখিলে। সি তাতে চাইকেলৰপৰা নামিল। তাত গৰম গৰম আলচ হৈছে। এখন হেনো কিতাপো ওলাইছে। বা বদনামেৰে ভৰা কিতাপ। চব শুকদেউৰ কথা। অশ্লীল কথাও আছে। কোনোবা এটা জাতত ধৰি সেই জাতৰ ছোৱালীৰ স্বভাৱৰ সঞ্জাত নাই বুলিও লেখিছে। মানুহবোৰৰ কিছুমানে বেছ ৰং ৰ পাইছে, কিছুমানে কেছে—অন্যায ঘোৰ অন্যায, স্বভাব চৰিতক ধৰি মানুহ এটাক অপকাৰ কৰিবলৈ ইহতে ক'ত খেমাতা পালে? দণ্ডাইৰ হিযাতো তুহঁ জুই উমি উমি জ্বলি আছিল। তাৰ পোৰণিত থাকিব নোবাৰি সি কৈ পেলালে "সেযেহে মই ভাবি পাইছো—এই ভোট-চোটবোৰ নোহোৱাই ভাল। সেযেহে ঘৰৰ আটাইকে কেছো— যেযেই লেকচাৰ মেমাৰক যেযে আহি ভাৰস্থিৰে ভোট দিব লাগে বুলি ককে, ভোট ভোট বলি চৌপাশে তমোময দৈত দানবৰ যুঁজ চলি থাওক, আমাৰ সেইবোৰ একাণে সোমাই একাণে ওলাই যাব লাগে। আমি নিৰ্বিকা (নিৰ্বিকাৰ) হ'ব লাগে। ভোটত আমাৰ অসহযোগ। ঠিক যেনেকৈ

মন ভাঙতে আমাৰ অসহযোগ। গতিকে মই ধাৰ্কোঁ পাওঁ তাকে কওঁ— জৈটৰ অফিচ চলি থাওক, চৰকাৰেও ভোট লোৱাৰ যা-যোগাৰ কৰক। কিন্তু ভোট নিদিবা। তাকে দাবিলেছে এইবোৰ সকলো আয়োজন পানীৰ সিঠে হ'ব।

স্মানি নিছিগাকৈ দিয়া বক্তৃতাটো শুনি জমৰ মানুহসোপাই 'স্বৰূপ কথাই কৈছে', 'কথাৰ কথা কৈছে' আদি কৈ দণ্ডক বেচ শলাগিলে। কাবাৰ দণ্ডাইৰ এইবাৰ গোবৰ্দ্ধেজাবৰে পোত খাই থৰা মনটোত যেন এটা ৰেঙা ৰদ পৰিল। সি ভাবিলে, ঘপক্ক কৰে মুখৰ পৰা ওলোৱা কথাখিনি যেন তাক নেদেখাজনেহে কোৱাইছে। সি এনেকৈ কথাটো ভবা নাছিল। আচল কথাটো হয়। ডুকুৰি বছৰে কোটি-অক্ষৌহিনী মানুহে ভোট দিলে। প্ৰতিবাৰেই ভোটৰ পাছত পাঁচ বাছৰত কোৰ-এশ সোতৰ ছেৰৰ বুঢ়াই ভোট দিছে, হঁ। হাত নথকা মানুহ এ াহ ভোট দিছে অন্ধই ভোট দিছে, ভিখাৰীয়ে ভোট দিছে । কত যে ভোটৰ মহিমা। কিন্তু দেশৰ কি হ'ল? চহকীবোৰ বেছি চহকী হ'ল, নাওলোৱাবোৰ বেছি নাওলোৱা হ'ল, কোনোমতে খাই লৈ থকাবোৰৰ অসন্তোষ ডগুণে বাঢ়িল। আজিকালি ভাৰতত হেনো এশৰ ভিতৰত তিনিকুৰি দহজনৰ অৱস্থা কাহিল। তেনেই কুকুৰ-শিয়ালৰ অৱস্থা। এবা যোৱাবাৰ মাজুলীত খাবলৈ নেপাই বহুত মানুহ মৰিল। আমাৰ চম্পাগুৰিতো একেই অৱস্থা। মাথোন খবৰা কাগজত সিমান বেছিকৈ ওলোৱা নাছিল। ফটিক শইকীয়াই হেনো এনে খবৰ ওলাব নেলাগে বুলি কাৰোবাক মানা কৰি দিছিল। এয়ে নে কি ভোটৰ নিহকাৰে ধৰে ফলাফল? হিতে বিপৰীত?

এনেকৈ ভাবি সি আমাৰ দণ্ডাই ৰাতি ভাত হাঙিৰ। ভাত চলিছে জাত-পাতৰ কথা। অমুক জাতৰ কোনো বিশ্বাস নাই। তমুক জাতৰ মানুহ ভাল নহয়। এনে কথা শুনি দণ্ডাই এজাক মানুহক ক'বলৈ সুবিধাই পালে এবং বলি আগতে হয়তো জাতপাতৰ বিচাৰ আছিল। মোৰ পিতায়ে নিহকুলীয়া মানুহক চ'ৰাঘৰত জুবুৰি খেৰৰ মুঠি এটাতহে বহিবলৈ দিছিল। আমি নিজে দেখা কথা। সেইবুলি তেতিয়া ইমান ঘৃণা

নাছিল। আজিকালি বামুণেও চেৰাপ খায়, কুকুৰা খায। তথাপি এটা জাতৰ এটা জাতলৈ কি আক্ৰোশ।

এইটো বক্তৃতিতাও ভাল হ'ল। এজনে 'বিগ্যৰ' ভাবত ক'লে, "এৰা, ঠিক কথাই কৈছা, মাষ্টৰ। ভোটেই আমাৰ কাল হ'ল। ভাললৈ বুলি আগবাঢ়ি আমি ডুবিছোঁহে।"

এইবাৰ একলীয়াবড়িত দণ্ডায়ে বেলেগ কথা শুনিলে। চিলাপুৰৰ যাগৰ পৰা অহা এখন গাড়ীত চেৰাপৰ বটলেৰে ভৰপুৰ। সিহঁতে কোনোৱা ভোটত উঠা মানুহৰ হৈ একলীয়াবড়িত চেৰাপ বিলাবলৈ আহিছিল। যলত বিপৰীত পক্ষৰ ডেকা দলৰ লগত হতাহতি, মৰামৰি। এটা ডেকা বেযাকৈ ঘূনীয়া হৈছে। এতিযা হাচপতালত (হস্পিটেলত)। ইযাৰ আলোচনা চলিছে ভেৰু কেঞাৰ গেলামালৰ দোকানত। বেযাকৈ জখম হোৱা ডেকাটোৰ নাম ধৰ্মেচৰ, মানে ধৰ্মেচৰ বোঁচ। আমাৰ দণ্ডাইৰে ছাত্ৰ আছিল। ইযাকে শুনি দণ্ডাযে ইস ইস আস আস কৰিলে। মুখেৰেই নহয, পেটেৰেও দুখ পালে। গেলামালৰ দোকানত গোট খোৱা মানুহবোৰক সি ক লে, "মদ খুৱাই ভোট জাৰত কম্বল দি ভোট, চাকৰি দিম বুলি ভোট এসাজ খুৱাই ভোট—এইবোৰ কি কথা? ভোট কি গেলামালৰ দোকানৰ পিযাজ? মই ভাবো, এইবোৰ নোহোৱাই ভাল। আমাক এটা বেলেগ নিয়ম লাগে—দেশ চলিবৰ বাবে। ভগবান যেন গিযান থকা মানুহ এজন ওলোৱাহেঁতেন এনে অবস্থা নহ'লহেঁতেন। কোনেও যদি ভোট নিদিওঁ বুলি একগোট হ'লহেঁতেন, বৰ বঢ়িযা কথা হ'লহেঁতেন। কি কোৱা মধু?"

মধু বোলা ডেকাটোৱে ক'লে, "হয ছাৰ, এইবোৰ দেখি দেখি আৰু বিকচিনা লাগিছে।" বোধকৰোঁ দোকানত গোট খোৱা এটাইৰে মতৰ লগত দণ্ডাইৰ মত মিলিল। ইয়াকে ভাবি মনটোত সুত লগাই সি নিজৰ মৌজাটোৰ ফালে ঘূৰিল। চম্পাগুৰি মাইনৰ ইচকুলৰ কিনাৰত ভালেমান মানুহ। সিহঁতৰো আলচ ইলিকচন লৈয়ে। ৰাতি হেনো লাচিমপুখুৰী আৰু চিলাপুৰৰ মানুহৰ মাজত ভীষণ কাজিযা। আকৌ

ভোট দিয়াক লৈ। তদুপৰি এই কাজিয়াৰ গতিমতি বেয়া। দুয়োখন গাঁৱত দুই জাতিৰ মানুহ থাকে। নিজৰ জাত লৈ কিবাকিবি ওলাশতে কাজিয়াৰ সূত্ৰপাত। ইয়াকে শুনি দণ্ডায়ে নকলোৱে শুনাকৈ ক'লে, 'লোকে ভোট লৈ টিংখোপত উঠিবগৈ, আমালৈ চাবলৈ সময়কে নোহোৱা হ'ব অথচ আমাৰবাহে কাজিয়া কৰি কৰি মৰিব। এৰা, এই ভোটৰ জঞ্জালবোৰ আমি আমৰ কাৰণে কিয়নো চপাই লওঁ? লোকে দৰিত খৰি আমাৰ ভাল পুতলাৰ নাচ নচুৱাইছে।" এই কথাৰো শাহকণ বিচাৰি উলিওৱা মানুহ ওলাল। সেয়েহে দলাইৰ মনটো ভাল লাগি গ'ল।

সি পিছে আৰু অলপ দূৰ আগুৱাই আহি দেখিলে—আলিৰ কাষৰ বৰ বৰ গছবোৰত নানা দলৰ ছপোৱা কাকত আছে। তিনিটা প্ৰধান দলৰ আপিচ—আলাৰ তিনিমুনিয়ে তিনিমুনিয়ে। ইয়াৰ পৰা বুজা গ'ল যে, বিপুল, শুকদেউ আৰু ঘটিকহঁতে চম্পাগুৰিৰ কাৰণে দলাইলৈকে ভৰসা কৰিছো বুলি কোৱা কথাষাৰ মিছা। আৰু খাটোঁতা আছে। সিহঁতে টকা পানীৰ দৰে খৰচ কৰিছে। হয়তো এই ল'ৰাবোৰৰ কথাত দলাইক ভোট নেযাবৰ কাৰণেই সি গোটেই ভোট থকা মানুহবোৰক কে বিচোবাস (বিশ্বাস) সুখ্যাহ দিব বুলি সিহঁতে আশা কৰিছিল। কিন্তু এতিয়া সি ভাবি পাইছে, এই কাম কৰিব নোৱাৰ অথচ টকাও ঘূৰাই দিব নোৱাৰি। এনে দোধাৰমোখোৰ অৱস্থাত তাৰ মন এতিয়া চিৰলাচিৰলি। তথাপি সি ভাবি পাইছে, ইহঁতৰ যিসোপা এটাৰ হে কোনোবাতকৈ টকাখিনি ৰাখি থৈ একো নকৰাকৈ থকাত ঠগৰ মাত্ৰা অলপ কম হ'ব। সি যে ভোট কাকো নিদিব এই কথা ঠাং। এয়ে ভোট-পৰ্বত তাৰ নিজৰ অৰিহণা। সি ফুলবাৰী ঘৰ পালেহি। ঘৰত আহি দেখে, সুৱাগী শাদি-কাটি আছে। ভাই পানীৰ সোঁত বোৱা চকুহাল মোহাৰি মোহাৰি উঠিছে। ইয়াকে দেখি সি খঙেৰে ক'লে, "এৰা কি দেখিছা, সুৱাগীৰ মাক? ভাই কিয় কান্দিছে? কিলাগি? কি জগৰত?' তাকে শুনি ৰাহেচৰীয়ে ফেঁট তুলি তাৰ ওচৰত থিয় দি ক'লে "সকলো যত্ৰপেৰে খাই আপুনি। তাহঁ গাঁৱৰ যাগে ওলাই গৈছিল। তাত গৈ আপোনাৰহে যিবোৰ বদনাম শুনিলে,

তাকে তাইৰ মুখত শুনি মোৰো কাণ দুখন ৰিজবিজাই গ'ল।" দণ্ডাই থমকি ৰ'ল। একো সুস্থিৰ বুলিয়েই ভাবিছিল। তথাপি কথাটো সোধাত ৰহেচৰীয়ে ক'লে, "চকুচৰহা মানুহবোৰে পিছে কৈছে, আপুনি হেনো দুভলীয়া কাম কৰিছে, মানুহক কিবাকিবি বেয়া শিকাইছে, চাতপাতৰ কথা কৈ কাজিয়া লগাই ঘূৰিছে টকা লৈ গজগজীয়া হৈ পৰিছে। আপুনি হেনো ঠগ, ভণ্ড, বিড়াল, তপইচী (তপস্বী)।" এই কথা শুনাৰ লগে লগে আমাৰ দণ্ডাইৰ অৱস্থা সৰগ পৰা মানুহৰ দৰে হ'ল। অলপ পৰৰ পাছত ক'লে "কওক দে, সুৰাগীকো কান্দিবলৈ দে। এনে এটা বাপেকৰ ছোৱালীয়ে লাজত কন্দা উচিত। আৰু সুৰাগীৰ মাক চব দোষ মোৰ নেথাকিব পাৰে। কিন্তু তবে কচোন, ইযাৰ কিহুমান দোষ জানো মোৰ নাই।"

সুৰাগীৰ মাক নিমাত। দণ্ডাই নিমাত। ভাতৰ পাতত বহিও সি এবাৰ কথা নক'লে। সুৰ গীক মাতিবলৈকো ইচ্ছা নকৰিলে। এনে এটা সময়তে সেই মানুহজন নোলোৱাহিহেঁতেন কিজানি দণ্ডাইক চিন্তাই চিতাৰ জুইৰ দৰে পুৰিলেহেঁতেন।

ভৰ দুপৰ। বাহিৰত ফাগুনৰ ৰ'দৰ খাৰণিৰ চোক। ভাত খাই তেতিয়া দণ্ডাই চ'ৰাঘৰত মুখ ওন্দোলাই বহি আছিল। এনেতে তাহক এটা ডেকা। এমুই ডাটিৰে বুৰ্তাপাযজামা পিন্ধা মতগভ চযল ডেকাটোৱে পুৰণা চাইকেলখনৰ পৰা নামি চ'ৰাঘৰৰ দুৱাৰত টোকৰ দিলে। সি বহুত বাট চাইকেল মাৰি আহিছে। পিয়াহত অণ্ঠ কণ্ঠ শুকাই আহিছে। তাক দেখি অজানিতে দণ্ডাইৰ কিবা এটা ভাল লাগি গ'ল। বহিবলৈ দিলে। পানী খোজাত সুৰাগীৰ হতুৱাই পানী এগিলাচ দিযালে। চাহ এটোপা খাই যাওক বুলি ডেকাজনক খট বান্ধকৈ ধৰিলে। ডেকা মান্তি হ'ল। দুযোৰে কথা-বতৰা আৰম্ভ হ'ল। দণ্ডাযে জানিলে যে ডেকাজনৰ নাম ভৰত দত্ত। সিযো ভোটৰ বাবে উঠিছে। কিন্তু তাৰ আনৰ দৰে পইচা নাই কাৰণে নিজেই চাইকেল মাৰি মাৰি কৈ ফুৰিছে। তাৰ হৈ 'অবইচে' এদল ডেকা উপযাচি ঘূৰুৱা নহয। আৰু তাৰ দল? ইযাৰ সনিশানো

আচৰিত। ডেকাই ক'লে, "চাওক, মাষ্টৰ বাবু, মোৰ মতে ভোটেৰে দেশৰ কল্যাণ হ'ব নোৱাৰে। অইন ধৰণে ৰাইজক সাজু কৰিবৰ কথাহে ভাবোঁ। তথাপি আমি ভোটত উঠোঁ। কাৰণ সিহঁতক বিনা বাধাই আইন সভালৈ আৰু খেমাতা পাবলৈ দিয়া উচিত নহয়। দেশখন কিবা সিহঁতৰনে? আমাবোতো দেশখন ভাল পোৱাৰ অধিকাৰ আছে। আমিও অচিৰে জাকে জাকে জিকি সিহঁতক দেখুৱাম—আমি পানীয়ে মৰা বাও নহয়, আমাক ভৰসা কৰা মানুহো আছে। এতিয়া এইবাৰো যদি দুখনমান গাড়ী ঘূৰাব পাৰিলোহেঁতেন, সিহঁতক জোলোকে জোলোকে পানী খুৱালোঁহেঁতেন। বহুত জেগা। চাইকেলেৰে আৰু কিমান চম্ভালিম?"

ডেকাৰ প্ৰতিটো কথাতে মনত জেদ। দণ্ডাইৰ ডেকাটো'ল সঁচাকৈয়ে মোহ হ'ল। "মই যদি অলপ সহায় কৰিব খোজো, ল'বানে? এৰা, এই তিনিকুৰিৰ দেশনো পাৰ হোৱা নেতাসোপাই পুৰণি কথা নেৰে? নতুন সময়ৰ নতুন মানুহৰ সমইচাবোৰ সিহঁতে কি বুজিব? সিহঁত মানুহবোৰ পচা, সিহঁতৰ কুথাবোৰো আওপুৰণি। মই তোমাক আশীৰ্বাদ কৰিছো- তুমি যেন জয়ী হোৱা। মোৰ হাতত বেইহেজাৰমান টকা আছে। তাকে তোমাক দিব খুজিছো। অন্ততঃ তাকে খৰচ কৰি এই দুদিন গাড়ী-ঘোৰা ভাৰা কৰি ঘূৰিব পাৰিবা।"

ডেকা ভৰত দত্ত আচৰিত। এয়া কি ভাৰতত দধীচিৰ 'দিগাস্তু'? মানুহজনৰতো ঘৰবা অৱস্থা ভাল নহয়। তেওঁ ক'লে "নেলাগে দিয়ক। এনেকৈয়ে যি পাৰোঁ কৰোঁ।' পিছে আমাৰ দণ্ডাই সহজে কোঁচ খোৱা মানুহ নহয়। সি ক লে, "মই অকপটে দিছোঁ বোপাই। মোৰোতো কিবা এটা উপকাৰ কৰাৰ, নিজে ভাল লগা কাম এটা কৰাৰ অধিকাৰ আছে। এই অধিকাৰত তুমি চেঁচা পানী নেঢালিবা। মই বৰ দুখ পাম।" ইয়াকে শুনি ডেকাজনৰ হিয়া সেমেকিল। তেওঁ ক'লে, "নিতান্ত দিব খুজিছে যদি দিয়ক। কিন্তু মই এদিন ধাৰ পৰিশোধ কৰিম। আপোনাৰ এই উপকাৰ কেতিয়াও নেপাহৰোঁ।"

ইয়াকে শুনি দণ্ডাই ভিতৰলৈ সোমাই গ'ল। ঘৈণীয়েকক একো

নকৈ বিছনাৰ তলৰ পৰা চাবিটো লৈ পেৰাটো খুলিলেগৈ। নোটৰ তিনিটা নুৰা উলিযাই একেলগ কৰিলে। পেৰাটো বন্ধ কৰিলে। সৰু মোণা এটাত টকাখিনি ভৰাই ডেকাজনক দি ক'লে, "এতিয়া গন্তি নকৰিবা। বাটত গন্তি কৰিবাগৈ, যোবা, এতিযাই যোবা। যাই কিলাছ আনাগৈ, জীপ আনাগৈ লৰী আনাগৈ। সময নাযেই কিন্তু তুমি জিকিব লাগিব।"

ডেকাই দৰৰ উপকাৰৰ শলাগ লৈ নমস্কাৰ জনাই চাইকেলত উঠিল।

এযে ভাগতৰান, দণ্ডাইৰ 'আইশান। ভোটত উঠা মানুহবোৰৰ ক'ৰ দশা কি হ'ল জানাই চাগৈ। এতিযা তোমাক ইমানখিনি খৰচি মাৰি দণ্ডাইৰ কথা কোৰাৰ এটা কাৰা আছে। তোমাৰ পৰা এটা কথাৰ উত্তৰ বিচাৰোঁ। কাৰণ তুমি বেছ কিতাপ পত্ৰ পঢ়া মানুহ। শাস্ত্ৰ-ব্ৰাস্ত্ৰও আওৰাই থাকা। সেই কাৰণেই তোমাক সুধিছোঁ— দণ্ডাযে বাৰু ডেকাটোক টকাখিনি কিয় দিলে আৰু টকাখিনি দি কিয খুব শান্তি পালোঁ বুলি মোক ক'লে?

কি ক না? খুব 'গুৰুত্ব কথা সুধিলোঁ? ঠিক আছে, আজি বাৰু উত্তৰ দিব নেলাগে। কেইদিনমান ভাবা। তাৰ পাছত ক বাহি। পিছে এলাপেচা উত্তৰ দিলে নহ'ব। মই উত্তৰ দিব নোৱাৰিম হযতো। কিন্তু ভুল উত্তৰ সহজে ধৰিব পাৰিম। কিন্তু উত্তৰ দিব নোৱাৰিলে বেতালৰ দৰে তোমাক মূৰত 'বজ্ৰপাত' পৰক বুলি নকওঁ, কিন্তু ভিতৰি যোপোলা বুলি জাহিৰ নকৰাকৈ নেথাকিম পিছে।

—+—+—

# প্ৰাণচক্ৰ

"অ', এটা কথা নবলোঁৱেই নহয, সৰুমণি।" —মই দুখ মনেৰে কথাবোঁৰ ভাবি থাকোঁতেই খুৰীদেউৰ মাতটো শুনি উচপ খাই উঠিলোঁ। পানীপিৰাটোত কামোৰ এটা মাৰি বাকীডোখৰ কাঁহীখনত থলোঁ। আৰু বা কি কথা শুনিবলৈ আছে? তিনিবছৰৰ মূৰত ওপজা ঘৰখনলৈ আহি যে কতবোৰ হজম কৰিব নোৱাৰা কথা শুনিছোঁ! তিনিবছৰৰ ভিতৰতে ইমানবোৰ অঘটন ঘঠিব লাগেনে? এৰা, দেহৰো ভৰসা নাই জীৱনৰো বিশেষ নিয়ম কৰণ নাই। মোৰ সৰুকালৰ পৰাই বিশেষ লগৰীযা নৰেশ্বৰ মানে আমাৰ বন্টি মৰিল। সি বিযাও কৰাইছিল। বুঢ়া ডাঙৰীযা যেন চেহেৰাৰ হেমপদ্ম দদাইদেউ ঢুকাল। খোলতালৰ গন্ধৰ্ব যেন আমাৰ মহীন্দ্ৰ দদাইদেৱো আৰু নাই। আমাৰ সকলোৰে পূজনীয বসন্ত হাজৰিকা হেনো ডিঙিত চিপজৰি লগাই আপোনঘাতী হ'ল। তিলক বৰাই মানে আমাৰ চেলৌ পণ্ডিতে হেনো শেষ ৰাতি গোহালিত ডিঙিত ফাঁচ লগাই মৰিল। ইমানবোৰ ঘটনা মই নথকাতে ঘটিল। মোৰ পঢ়া-শুনাত ব্যাঘাত হয বুলি কোনেও চিঠিত এইবোৰ নিলিখিলে। মই এদিনৰ ভিতৰতে ইমানবোৰ শোকৰ বাতৰি পাই বৰ আতুৰ হৈ পৰিছোঁ। বিশেষকৈ নৰেশ্বৰ মৰাৰ খবৰটো মোৰ মনত সমূলি সঁচা যেন লগা নাই। বৌটি, খুৰীদেউ, পুৰী জেঠাই, মনজুৰ তাৰৈ ইহঁত সকলোবে বাৰু মোক মৰা খবৰবোৰহে দি থাকিব লাগেনে?

সেযেহে খুৰীদেউৰ পৰা আৰু এটা খবৰ পোৱাৰ লক্ষণ দেখিও মই কৌতূহল নেদেখুৱালোঁ। পানীপিঠা থকা কাঁহীখন বিতৃষ্ণাৰে ঠেলি দি গৰম চাহ থকা বান-বাটিটোৰ গৰম ঘেৰ এডোখৰত ওঁঠটো লগাই শব্দ কৰিলোঁ—"আস, বৰ গৰম।"

"বুইছ, সৰুমণি, কথাটো গহীনেই। তই নিশ্চয় এতিয়ালৈকে জনা নাই।"—মই কোনো আগ্ৰহ নেদেখুৱালোঁ যদিও কথাৰে আখৈ ফুটাৰ পৰা আমাৰ খুৰীদেউজনী দমি নগ'ল। আঁচলত তিতা হাতে এখন মচি ওচৰৰ পীৰাখনত বহি লৈ খুৰীয়ে কিবা এটা কব খুজি বে গ'ল। অলপ পৰৰ পাছত ক'লে, "এইবোৰ কথা ল'ৰা-ছোৱালীয়ে জনা ভাল নহয়। আজিকালি যে কি নিলাজ কাণ্ড !"

বানবাটিৰ চাহখিনি যুগাই লে এখোক গিলি মই মাত লগালোঁ, "খুৰী, তহঁতৰ মানুহ মৰা আৰু নিলাজ কাণ্ডৰ বাহিৰে আৰু বতৰা দিবলৈ নাইনে ?"

"কিয় ? তই দেখোন এইবোৰবে ভূ লৈ থাক !"

"সদায় নহয়।"

খুৰী উচাট মাৰি উঠি গ'ল। কথাটো বেয়া হ'ল। এই সময়তেই মোৰ বুদ্ধি আৰু বাকশক্তিৰ প্ৰযোজন হৈ পৰিল। ক'লোঁ, "খুৰী তয়ে যদি খং নেদেখুৱাব মোৰ ওপৰতনো খং দেখুৱাবলৈ আৰু আছে কোন ? খুৰী, তোক খং তুলি বৰ ভাল লাগে অ'। মই আৰামত শুনিম বুলিযেই কি হ'ল বুলি নক'লো। কাৰণ তই সজাই পৰাই ক'লেহে শুনি আমোদ পাও।"

"তেনেহ'লে শুনিব খুজিছ যদি শুন। এৰা, উপযাচি কথা নোকোৱাই ভাল। ক'লে তহঁতে ক'বি—এইজনী 'গেজেপ'।" এনেকৈ আৰম্ভ কৰি খুৰীদেউ এইবাৰ মোৰ বহাৰ পোনে পোনে বহি ল'লে। ক'লে, "তই হয়তো বিশ্বাস কৰিবলৈ টান পাবি। কিন্তু কথাটো আচলতে এনেকুৱা মনোহৰ তোতকৈ বয়সত বহুত ডাঙৰ। এক্কে বংশৰ হোৱা হ'লে তোৰ কিজানি খুৰাবেই হ'লহেঁতেন। অথাৎ আমি আটাযে জানো,

মনোহৰৰ লগত তোৰ অতিকৈ মিল। মনোহৰ ইমান গম্ভীন, ইমান ৰাঙকায়দাত থকা মানুহ। আৰু তই হলি এটা চেলেপু আৰু চৈলাং-বৈলা‌ৈক ঘুৰি ফুৰা মানুহ। তত্রাচ যে তইঁত দুটাৰ কিহত মিল, বুজিব পৰা নাই। মই ভাবিছোঁ তই থাকহে এনেকৈ, আচলতে তই এটা নোম টেঙৰ।”

খুৰীয়ে ইমানবোৰ বকবাৰ পাছতো আচল কথা ওলোৱাই নাই। অৰ্থাৎ যপহ কৰে ঘটনাটো কৈ মোৰ কৌতূহল কমাব খোজা নাই। এই টোবেই খুৰীৰ আখ্যান কোৱাৰ নিয়ম। লিখা-পঢ়া জনাহেঁতেন খুৰীয়ে মানুহক অনবৰত উৎসুক কৰি ৰখা ধৰণৰ গল্প লিখিব পাৰিলেহেঁতেন। পিছে অ জি খুৰীৰ আখ্যান কোৱাৰ ধৰণ উপভোগ কৰিবলৈ মোৰ ধৈৰ্য হেৰাই গ'ল। অথচ এই মৰমীয়াল খুৰীজনীক বেগেতে ক, মোৰ সময় নাই বুলি ক'বৰো উপায় নাই।

ইতিমধ্যে বানবাটিৰ গোটেইখিনি চাহ মোৰ পেটত। এতিয়া মোৰ মুখৰ গোৰোৱা তামোল, কেঁচা চূণ আৰু পকা পাণে গাঢ় ৰঙা ৰূপ লৈছে।

“তাই, মানে তাৰ বৈণীয়েক—তইতো দেখিছই, সেই ৰচকী পখিলা জনী—কি নাম আছিল ?—অ' মনত পৰিছে—ৰঞ্জিতা। ৰঞ্জিতা। ধনীয়া, বেছ ধুনীয়া। নহয় জানো ? কিন্তু সেয়া ৰূপ জোনৰ পোহৰ জানো ? বিজুলীহে। ঠিক পটন্তৰ দিছো। এৰা, তাইৰ ৰূপত বিজুলী। এই আছে, এই নাই। তাইৰ নামো বিজুলীহে হ'ব লাগিছিল। কি কৰ ? তাইৰণো অকনো চৰম থাকিব নেলাগিছিলনে ? ইফালে তাৰ ফালৰ দুটা ল'ৰা-ছোৱালী। তাই ইমান ভাল মানুহটোৰ মান-সম্ভ্ৰমক কচু-কটা দিয়ালে। কটা নিলাজৰ সঁচ। মই আগতেই কৈছো নহয়, সকলোৱে বিয়া কৰাবলৈ হ'লে দেখাই শুনাই ভাল ছোৱালীহে বিয়া কৰাব লাগে। কিন্তু দীপলিপ ছোৱালী বিয়া কৰাব নেলাগে। সিহঁতৰ সম্ভ্ৰান্ত নাই।'

এইখিনিলৈকে খুৰী অলপ ৰ'ল। মজবুত দাঁতেৰে তামোল ভঙাৰ শব্দ শুনিবলৈ পোৱা গ'ল। পকা পাণত চূণ অকামান লগাই

মুখত ভৰাই ল'লে আৰু সেলেঙী লগাবৰ কাৰণে প্ৰাগুলি থাকিল। এইটোও খুড়ীৰ মানুহক উৎসুক কৰি ৰখাৰ এটা কৌশল। মই সঁচাকৈয়ে বৰ বেছি উৎসুক হৈ পৰিলোঁ। সুধিবলৈ বাধ্য হলোঁ, "তাইৰ কি হ'ল ?"

"তাইৰ আৰু কি হ'ব ? তাই পুৰা নিজৰ মতলব মতেই কাম কৰিলে। আমাৰ মনোহৰকে ঠিকৰুৱা কৰি গ'ল। মানুহটোৰহে এতিয়া চাগৈ কি অৱস্থা। তাই হাৰামজাদীযেতো তাৰ মান-সন্মানৰ মুখ খালেই "

"মানে কি হ'ল ? ইমান ডাঙৰ কথা এটা ঘৰাই পকাই নোকোৱাই ভাল। তাই খাই পাত ফলা কাম কৰিলে ?"

"তাতকৈ বহুত বেছি। কিন্তানি কেবামাহৰে পৰা তাই লুকাভাকু খেলি আছিল। এদিন সঁজাৰ পখী উৰি গ'ল।'

"গুচি গ'ল ?"

"এটা ল'ৰা-ছোৱালীৰে সেতে তাই নিলাজীয়ে কাশ্যপৰ ঘৰ গুৰনি কৰিবলৈ গুচি গ'ল।'

'মনোহৰে একো হকাবাধা নিদিলে ?'

"কি দিব ? তাৰতো মান-সন্মান বুলি কথা এটা আছে।"

মই বৰ অস্থিৰ হৈ পৰিলোঁ। খুড়ীৰ আগত মনৰ দুখ লুকুৱাবলৈ চেষ্টা কৰিলোঁ। কথাটো শুনিয়েই মই খুড়ীৰ মুখলৈ চাব নোৱাৰা হ'লোঁ। কাৰণ, কথাটো কোৱাৰ আগতেই মনোহৰৰ লগত মোৰ বিশেষ সম্পৰ্কৰ কথা ভালকৈ সোঁৱৰাই দিলে। আগৰ অকলশৰীয়া মনোহৰ যে আকৌ অকলশৰীয়া হৈ পৰিব এই কথা ভাবি মই ইমান দুখ পালোঁ যে এই দুখ নৃপেশ্বৰৰ মৃত্যুৰ বতৰা শুনি পোৱা দুখৰ সমানেই।

মোৰ মতামত কি হ'ব পাৰে তাকে শুনিবলৈ উৎসুক হৈ খুড়ীয়ে মোৰ ফালে খুব মনোযোগেৰে চাই থাকিল। মই কিন্তু একো নকলোঁ। মই আঁতৰি আহিলোঁ। লৰালৰিকৈ কাপোৰ-কানি পিন্ধি চোতালৰ এবাৰে তামোল জোপাত আওজাই থোৱা চাইকেলখন হাতত ল'লোঁ।

চাইকেলখনৰ অৱস্থাও গাঁৱৰ বোকা পানীৰ বাটৰ লগত খাপ খোৱা।

পেদেলৰ ভৰি থোৱা ঠাইত কেৱল লোহাৰ মাৰিভালহে ওলাই আছে। বিশেষ কায়দাত হেঁচি দিলেহে বেলটো বাজে। উঠি লৈ চাইকেলত প্ৰথম গতি দিবলৈ আসুৰিক জোৰ লাগে। তথাপি এনে এখন চাইকেলেই আজি মোৰ কাৰণে অগতিৰ গতি। মনোহৰৰ লগত পোনপটীয়া সংযোগৰ একমাত্ৰ উপায়। বহুত দিন চাইকেলত উঠা নাই। সেযেহে অলপ দূৰ চাইকেল মাৰোঁতেই কৰঙন দুটা বিষাবলৈ ধৰিলে। ৰাস্তকৈ কপৌপুখুৰী পালোহি। এতিয়া কপৌপুখুৰীৰ পাৰে পাৰে কৃষ্ণচূড়া। পুখুৰীৰ চৌদিশে ৰঙৰ পৰোভৰ। এজোপা কৃষ্ণচূড়াৰ তলত এখন বাঁহৰ বেঞ্চি। তাতে বহিলোঁ। বৰ ভাগৰ লাগিল। দীঘল-বহল পুখুৰীটোৰ পাৰত সদায় বতাহ বলে। পুখুৰীৰ পানীৰ সমতল এতিয়া পদুমে আবৰি আছে। ভাবিলোঁ, এই পুখুৰীৰ নাম হ'ব লাগিছিল হয়তো ৰঙাপুখুৰী নাইবা পদুম পুখুৰী। পিছে ইয়াৰ নাম আকৌ কপৌপুখুৰী। কিজানি এইটো নামৰ অৰ্থ আছে। ৰোপা-কৰাৰ দিনত ইয়াৰ দাতিত কিজানি হিজল, চটিয়ানা, পমা আদি গছে পুখুৰীটো গহীন কৰি ৰাখিছিল। পাৰত বিধ বিধ চৰায়ে হয়তো গীত জুৰিছিল। সময়ে সময়ে কিজানি কপৌয়ে ৰ। দিছিল। কিজানি সেই সময়ৰ ডেকা-গাভৰুৰ গোপন মিলনৰ মধুচ বতৰা কপৌয়ে কণ দি দি জনাইছিল। পীৰিতি যুগে যুগে একে। ইয়াৰ আকাৰ বদলে, প্ৰকাৰ সলনি নহয়।

এনেকুৱা কোমল কোমল কথা মনলৈ অহাত মোৰ গাটো নতুন চেতনাৰে উম লাগি গ'ল। তিনিবছৰৰ আগৰ অস্থিৰ পাট গাভৰুবোৰ চাগৈ এতিয়া গাযে-পায়ে কথাই-বতৰাই গহীন হ'ল। তেতিয়াৰ উডনুৱা ল'ৰাবোৰ চালৈ এতিয়া বেলেগ হল, সিহঁতৰ মন বিৰিখৰ জোৰ পাবলৈ টান হৈ পৰিল। সোণাইৰ পাৰৰ বিৰিখক আৰু ইয়াৰ তিৰবিৰ কৰা সোঁতক সাক্ষী কৰি কত ডেকা-গাভৰুৱে চাগৈ নতুন জীৱনৰ আধৰা পাতিলে। বৌটি, খুড়ীদেউ, পুৰী জেঠাই, ভাগু পেহী আৰু মনজুৰ তাৰ্ৰ-হঁতে মোক এইবোৰ কথাৰ উমান দিব লাগিছিল। বোধকৰো নতুন চামৰ প্ৰেম-পীৰিতিৰ কথা জানিবলৈ তেওঁলোকে চেষ্টা নকৰে নাইবা

নেজানে। সেযেহে এওঁলোকৰ পৰা শুনিছোঁ নৰেশ্বৰ, হেমপদ্ম, মহীন্দ্ৰ আৰু বসন্ত হাজৰিকাৰ মৃত্যুৰ কথা। অসহ্য। মৃত্যুৰ খবৰ নহয়, এক অসহনীয় সতৰ্ক-বাণীহে। আকৌ শুনিবলগীয়া হ'ল, মোৰ অতি পছনৰ মানুহ মনোহৰৰ কথা, তাৰ অপেশ্বৰী যেন তিৰোতাজনীৰ দেহ-মন হৰক-তৰক হোৱাৰ কথা।

কথাতে কয় বোলে 'হাতীচুং জাজৰি কথাৰ ফালে আজৰি।' ইয়াৰ অৰ্থ হ'ল—ইযাত কথা-বতৰাবোৰ তিলকে তাল হৈ ওলায, সঁচা মিছা বাছি উলিওৱা বৰ টান হৈ পৰে। সেযেহে মনোহৰক লগ পাবলৈ আহিছোঁ। কপৌপুখুৰী এৰিলোঁ। বুজিডাঁহ হাইস্কুলৰ আগৰ ভেলৌ-তলৰ জুমটোৰ কাকো মনোহৰৰ কথা সুধিলোঁ। ৰেজৰ চুকত মাজুকণক পাযো মনোহৰৰ কথা জানিবলৈ একো আগ্ৰহ নেদেখুৱালোঁ। সিহঁতক পাকে-প্ৰকাৰে জনাবলৈ চালোঁ যেন তিনিবছৰ প্ৰবাসত থাকি মই মনো-হৰক মনৰ পৰা মছি পেলাইছো। অথচ হাতীচুং মৌজাত মোৰ একমাত্ৰ আকৰ্ষণৰ থল মনোহৰ —মনোহৰ কলিতা। কাৰণ, তাৰ প্ৰাণকুণ্ডৰ পৰিধি বিশাল। আৰু সি সময়তকৈ আগবঢ়া বিশ্বৰ মানুহ। জীৱনে তাক কোনো দিনেই আমুৱা নাছিল আৰু মোৰ ধাৰণা যে এই 'দুৰ্লভ মনুষ্য জন্ম'হ তাক কোনোদিনে নমুৱাব।

ৰেজৰ চুক আৰু চমুৱা গাঁৱৰ মাজৰ পথাৰখন দুফাল কৰি থোৱা আলিটোৱেদি অকলে চাইকেল মাৰি মাৰি মই মনোহৰৰ কথাই ভাবিছো। মনোহৰ সাধাৰণৰ ব্যতিক্ৰম। জীৱনটোৰ জুতি লৈ চাবলৈ সি যে কত ধৰণৰ কাম নকৰিলে। সি স্বৰাজ পোৱাৰ সময়ৰ মেট্ৰিক। কলেজত পঢ়িবলৈ নোপোৱাৰ বেজাৰতে এবছৰ ৪ পুৰা মাটিত অকলে কুঁহিয়াৰ খেতি কৰি গঞাঁক চমকালে। বহুতে ভাবিলে যে গুড় বেচি পোৱা টকাৰে সি দুবছৰমান কলেজত পঢ়িবগৈ। তাকে নকৰি সি এবছৰ গাঁৱে গাঁৱে ভাওনা কৰি ফুৰিবলৈ ধৰিলে। বলত কৰচুং সত্ৰৰ পৰা হেমাৰবড়ি সত্ৰলৈকে আৰু জলমৈ গাঁৱৰ পৰা জাগী ভকতগাঁৱলৈকে সকলোৱে তাৰ নাম লোৱা হ'ল। তাৰপাছত আকৌ মনোহৰৰ নতুন জীৱন। সোণাইৰ

পাৰৰ গাঁওবোৰৰ পৰা মৰাপাট কিনি হয়বৰগাঁৱৰ জালীয়া কেঞ্চাক বেচি ভালেমান ধন উপাৰ্জন কৰিলে। এনেতে তাৰ ধনঘটা মৰটোত কেণা লগিল। সি আমাৰ অঞ্চলটো এৰি যাবলৈ থিৰাং কৰিলে। তাৰ মনত ভাব হ'ল—ইয়াত থকাৰ কোনো অৰ্থ নাই। গাঁওবোৰ চব একে। ইয়াত এটা দিনৰ লগত আন এটা দিনৰ তফাৎ নাই। এটাৰ প্ৰেমৰ লগত আন এটাৰ প্ৰেমৰ অদ্ভুত মিল। এটাৰ চিন্তা-ভাৱনাৰ লগত আনটোৰ ভাবনাৰ অমিল বিচাৰি পোৱা নেযায়। ইয়াত জীৱন বৰ মন্থৰ। ইয়াত বেগী মন জথৰ হ'ব খোজে।

সি হঠাৎ গাঁও এৰিলে। কামৰূপৰ যাত্ৰা পাৰ্টি এটাত সোমালগৈ। তাত এবছৰ থকাৰ পাছত শুনা গ'ল যে মনোহৰ আজিকালি চাপানলাত থাকে। তাত সি বেতৰ ঠিকাদাৰ। মিছাত মিলিটেৰীক বাহ-বেত যোগায়। এবাৰ শুনা গ'ল যে মনোহৰ উজনি অসমৰ চাহ বাগিচা এখনৰ কাষত ডাঙৰ মনোহাৰীৰ দোকান দিছে। দাদৌৰ ওপৰত বহি থাকি বস্তু বেচা কামটো কিন্তু তাৰ পছন্দ নহ'ল। তাৰ পিছত সি মৰিয়ানী জংচনত চাহৰ ষ্টল এখন ডকি ল'লে। তাতো সি সন্তুষ্ট নহ'ল। কলিকতাৰ গেঞ্জী মোজাৰ কোম্পানী এটাৰ এজেণ্ট হৈ অসমৰ গাঁৱবোৰ ঠাই ঘূৰি ফুৰিবলৈ ধৰিলে। এবাৰ গেঞ্জী আৰু মোজাৰ নমুনা কিছুমান লৈ মাজুলীলৈ যাওঁতে চুমৈমাৰী আৰু বৰগাঁও নামৰ মিচিং গাঁও দুখনে তাক মিচিং মানুহবোৰৰ জীৱন কটোৱাৰ ধৰণে তাক বৰ আকৰ্ষণ কৰিলে। যাৰ ফলত কলিকতীয়া কোম্পানীটোৰ কাম আৰু দুমাহহই নকৰিলে।

সি বনগাঁৱৰ মিচিং চাপৰিত থাকিবলৈ ল'লে। দুখন নাও কিনি ল'লে। তাৰ এতিয়া কাম হ'ল মাজুলীৰ পৰা মাছ-কাছ কিনি আনি নাৱেৰে নিপানলৈ নি অধিক দামত বেচা। এই ব্যৱসায়ত তাৰ যথেষ্ট লাভ হৈছিল। আনকি সি ডিজেল বাছ এখনো কিনি লাইনত দিছিল। পক্ষীৰাজ নামৰ এই বাছখন কমলাবাৰী ঘাটৰ পৰা বদতিঘাটলৈকে চলিছিল, সি মাজুলীৰ এটা লেখত ল'বলগীয়া মানুহ হৈ পৰিছিল। বহুতে ভাবিছিল যে মনোহৰে মাজুলীৰ ডাঙৰ ডাঙৰ ঠিকাবোৰ ল'ব আৰু

মাছপুঠি থকা ভাল ভাল বিলবোৰ ডাকি লৈ আৰু প্ৰতাপী হৈ পৰিব। কিন্তু আমাৰ মনোহৰক বুজি পোৱা কঠিন। এদিন সকলোকে অবাক কৰি তাৰ পক্ষীৰাজ নামৰ ধুনীয়া বাওখন অৰবিন্দ দাসক বেচি পেলালে।

বাছ বেচাৰ এমাহৰ পাছতে মনোহৰ নগা পাহাৰলৈ গৈছিল। কি উদ্দেশ্য লৈ ভয়াবহ ঠাইলৈ সি গুচি গ'ল, কোনেও ইয়াৰ উৱাদিহ নেপালে। তাৰ ভৰ ডেকাকালটো পাৰ হ'ল। তথাপি মনোহৰে থিতাপি লব নুখুজিলে জীৱনপথত মানুহৰ পদচিহ্ন বিচাৰি সি হাবাথুৰি খাই পৰিল। বহুত মানুহ সি লগ পালে। বহুতৰ লগত তাৰ হৃদয়ৰ সংযোগ স্থাপন হ'ল। বহুত গোপন আনন্দৰ সুযোগ সি লাভ কৰিলে। বহুত মানুহৰ ভীৰ আৰু জীৱনৰ ছন্দই তাক মুহি পেলালে। জীৱন দেৱতাৰ মোহনীয় মূৰ্তি দেখি সি ভোল গ'ল। তাৰ নিজৰ কাৰণে ভাবিবলৈ সময়কে নহ'ল।

কোনোবা কুহকিনীক একেবাৰে নিজৰ কৰাৰ চিন্তা কৰিবলৈ তাৰ আজৰি নহ'ল। সি মোক কয়, 'বুইছ, সকমণি, আজি যিখন নৈ কাইলৈ আকৌ একেখন নৈ হৈ নেথাকে। কাইলৈ আকৌ নতুন পানীৰ সোঁত। সেই কাৰণেই নৈয়ে আমাক আমুৱাব নোৱাৰে। সেই কাৰণেই মানুহকো ভাল লাগে। আজি মই যিটো মানুহ, কাইলৈ তাকৌ বেলেগ এটা মানুহ। আৰু বেলেগ বেলেগ একোটা মানুহ হ'বৰ বাবেই বেলেগ বেলেগ ধৰণে নিজক সাজুৰিব লাগে। জীৱনৰনো আৰু কি বিশেষ অৰ্থ থাকিব পাৰে? ইয়াৰ একমাত্ৰ অৰ্থ হ'ল—বেলেগ বেলেগ সোৱাদ লোৱা। তইঁতৰ ভাষাত হ'ল—অভিজ্ঞতা।''

চ'ৰকথা খৰচি মাৰি কয় কাৰণেই মনোহৰক বৰ ভাল লাগে। সি মানুহৰ প্ৰধান দুৰ্বলতা ভয়ক জয় কৰিলে। এয়া কম কাম নহয়।

মনোহৰৰ কথা ভাবি ভাবি কেতিয়া গেড়াৰবড়ি পাওঁহি তৰ্কি বলৈকে নহ'ল। হৰ হাজৰিকাই গলাৰ শিৰ ফুলাই মাত লগালতহে চেতনা আহিল। হৰ ককাই বৰ হুলহুলীয়া মানুহ। সি ক'লে, "হেৰ, তই

কুঞ্জিউ হৰ বলোৰ ভাযেক নহয় জানো ? সেই যে আগতে এবাৰ কলিক-তাত এম এ পঢ়িছিলি ?" মই ক'লো, "হৰ ককাইদেউ, মই এম এ টো পঢ়িছিলোঁ।" সি খিতাতে মাত লগালে, "সেইডাল পঢ়াক 'এমেচি' বুলি জানো। মাতিবলৈ দিগদাৰ কাৰণেহে এম-এ বুলি ক'লোঁ। মুৰ্খ মানুহ বোপাই নেজানিলে বেয়া নেপাবি। তই আৰু তিনিবছৰ নাছিলি নহয়। কিয় ?" মই ক'লো, "বাকীছোৱা শেষকৰি আহিলোঁ।" হৰই ক'লে, "সেই ছোৱা কি নেলাগে ক'ব। কিজানি বুজি নেপাম।"

হৰ ককাইদেৱে ঘৰলৈ নিবলৈ খট বাকচকৈ ধৰিলে। মই মনোহৰক লগ পোৱাৰ অতি দৰ্কাৰ বুলি কোৱাত সি ক'লে, "বাৰু যা। উভতি আহোঁতে সোমাবি। এৰা বোপাই, মনোহৰৰ কথা ভাবিলে বেযা লাগে। মানুহটোৰ কি নাছিল আৰু পালে কি তাই পুৰা কেচাইখাতী। তাই আৰু কাৰ বাৰ তেজৰ জতি ল'বলৈ পাৰি আছে ঠিক নাই। এই মোক খা, মোক খা চেহেৰাব ছোৱালীবোৰ বিজানি তেনেকুবাই।"

হৰ ককাইদেৱে এহাতে তমাল আৰু এহাতে দাখন লৈ ঘৰত সোমাল। মই তাৰ মাতটো শুনিলোঁ "বিন্দা সৰগী আহিব পাৰে দেই। এতিয়া দৰভিযালৈ গৈছে। সি দেখাত বেলেগ হৈছে। কাণৰ কাৰ কেৰেচটো গাল পাইছেহি।"

হৰ ককাইদেউৰ যে মোলৈ মৰমটো। গাঁৱৰ জীবনত মই নৈৰ গতি বিচাৰি নেপাও। এইটোৱেই মাজে মাজে মোৰ গাঁৱৰ প্ৰতি আসক্তি নাই-কিয়া কৰে। তথাপি গাঁৱলীযা মানুহৰ মৰমচেনেহৰ কথা ভাবিলে ইযাত দেহ নিপাত কৰিবৰ মন যায়।

হৰ ককাইদেউৰ মতামত শুনি পিছে মোৰ মনটো ভাল নেলাগিল। বজিতা এনেকুৱা বিজতৰীযা তিৰোতা নে ? কি জেউতিৰে তাই আমাৰ মনোহৰক মুহিছিল ? তাই কেঁচাইখাতী নহয়। তাই উঠি অহা গাভৰু। এই বয়সত তাই ভাৱন্তৰ সকলো বনবিৰিখতে ফুল দেখে, সকলো চৰাই চিৰিকতিৰ মাততে গীত শুনে, সোণাইৰ প্ৰতিটো সোঁততে নাচোন দেখা পায়। অথচ আমাৰ মনোহৰ গহীন। খোজত তাৰ ধৰণী কঁপে। তাৰ

গলগলীয়া মাতটোৱে কিজানি নাৰীজাতিৰ কলিজাবোৰত ধুমুহা তোলে। অথচ তালৈকে লক্ষ্য কৰিলে বুজা যায়, সি যেন হাবিৰ বৰ গছ জোপাৰ দৰেই নিৰ্বিকাৰ। এনে এটা মানুহক ৰঞ্জিতাই পাকত পেলোৱা সহজ কথা নাছিল। মনোহৰে কয়, 'দেহতো তাইৰ যাদু, লগতে বয়সবো যাদু। এটা যাদুৱে ইটো যাদুৰ লগত ফেৰ মাৰি চলিছে। অথচ তাই নেজানেই যে তাইৰ যে ইমান সম্পদ আছে। সামান্য কাপোৰেৰে সোণাইত তাই চিলনী সাঁতোৰ দিয়া চাই ভাল লাগে। মেটেকা আজুৰি আনি পাৰত তাৰ শিপাৰ পৰা ওলোৱা মাগুৰ মাছবোৰ ধৰা চাই ভাল লাগে। মই এটা কথা ভাবোঁ—তাইৰ বাৰু কি ভাল লাগে? মোৰ অনুমান হৈছিল, গাঁঠি ঢুলীয়াৰ ছোৱালী হিচাপে চাগৈ তাইৰ ঢোলৰ মাতটো ভাল লাগে, পাহোৱাল ডেকাৰ নাচ ভাল লাগে নাইবা তুকুল ওপচোৱা দেহটোৱে বিচৰা আদৰবোৰ ভাল লাগে। তাইৰ লগত দুমহীয়া চিনাকিৰ পাছত সুধি পেলালোঁ ৰঞ্জি, তোৰ বাৰু কি ভাল লাগে? তাই পোণ উত্তৰ নিদি ক'লে তোমাৰ বাৰু কি ভাল লাগে। মোক ভাল নেলাগে? ইযাকে শুনি মোৰ এই বয়সতো গাটো ৰাই জাই লগা স্বাভাৱিক। সেযেহে তাইৰ গোটেই গাটো চকুৰে চেলেকি চালোঁ আৰু লক্ষ্য কৰিলোঁ, উৎপতীয়া ছোৱালীজনী অসম্ভব গহীন হৈ পৰিছে আৰু চকু-মুখৰ লাজে তাইক তেনেই পৰী যেন কৰি তুলিছে। মই হয়তো সমাধান পাই গ'লোঁ। তত্ৰাচ (আমাৰ হাতীচুং মৌজাত তথাপিতকৈ তত্ৰাচ বেছি চলে) সুধিলোঁ, চৰ উত্তৰেই সঠিক নহয়। কচোন, আচলতে কি ভাল লাগে? সোণাইৰ পাৰৰ মাটিত ওলাই থকা ডাঙৰ ঔগছৰ শিপা এডালত বহি এন্ধাৰবৰণীয়া চুলিবোৰেৰে ডাঙৰ খোপা এটা বান্ধি তাই ক'লে—জোনাক বৰ ভাল লাগে। নৈৰ পাৰৰ জোনাক। পাৰে পাৰে গোটেই ৰাতিটো তহলি ফুৰিবৰ মন যায়। চাৰি বেৰৰ মাজত বৰ এন্ধাৰ ”

আৰু জীবনক ভাল পোৱা এনে এজনী ৰঞ্জিতাই এতিযা বহুতৰ চকুত 'বেভিচাৰিণী' 'কৈচাইখাতী' 'বিজতৰীয়া'। মোৰ যে কথাবোৰ সাঁথৰ সাঁথৰ লাগিছে।

গেজাৰঝুড়ি পাৰ হৈ চাকোলাঘাট পালোঁ। মোৰ এটা সন্দেহ হ'ল। মনোহৰক মই ঘৰত নেপাবও পাৰোঁ। এতিয়া পাইদনী দিয়াৰ সময়। মানুহৰ ঘৰৰ দুই একৰ চোতালত ৰঙা মেখেলা পিন্ধা বান্ধনী দেখিছোঁ। মোৰ ভাব হৈছে, মনোহৰে নিশ্চয় আকৌ ডলাৰ বগৰী হোৱাৰ ধান্দাত আছে। এইবাৰ নিশ্চয় সি ওপজা ঠাইখন একেবাৰে এৰিব আৰু এদি। ক'ৰবাৰ নজনা নুশুনা ঠাইত নজনা-নুশুনাভাৱে মৰিব। কিন্তু মই এনেকৈ ভবা অনুচিত। নিজৰ ঠাইখন তাৰ ভাল নলগাহেঁতেন সি শেষত ইয়ালৈ নাহিলহেঁতেন। সি নগা পাহাৰত ঠিকাদাৰ হৈ বহুত টকা আৰ্জিছিল। তাৰ এখন জীপ আৰু এখন এম্বেছাডৰো আছিল। সৰু পথাৰত ঘৰ এটাও সাজিছিল। সি নাগিনী এজনী বিয়া কৰোৱাৰ কথাও আছিল। কিন্তু মনোহৰ সদাকৈয়ে এক ব্যতিক্ৰম পুৰুষ। গাড়ী-চাৰী বেচি সি ভাগ্যমান টকা লৈ দৰঙিয়ালৈ আহিল। আৰু ঠাইতে (সোঁতাইৰ পাৰত) প্ৰকাণ্ড ঘৰ এটা বান্ধিলে। বঢ়িয়া ফুলনি বনালে। এটা মাছৰ পুখুৰীও খন্দালে। ওচৰৰ সেইহাঁ ঠামা মাটি কিনি তাত পালিলে হাহ-কুকুৰাৰ 'খাম'। দৰঙিয়াল পথাৰত সাত পুৰা মাটি কিনি হালোৱা লগোৱাই খেতিও কৰালে। মনোহৰৰ দৰঙিয়ালৰ ঘৰখনত এতিয়া গোহালিত গৰু, পুখুৰীত মাছ আৰু বাৰীত তামোল-পাণ।' আৰু সৌ সিদিন লেকে আছিল দুটা ল'ৰা-ছোৱালীৰ সৈতে তাৰ মনৰ মানুহজনী। এতিয়া চাওঁ সকলো ওলট-পালট হৈ গ'ল। তাক এনে সময়ত চাগৈ ঘৰত পোৱা নেযাব। কাৰণ তিৰোতা নথকা মানুহৰ ঘৰত মন নবহে।

সি নগা পাহাৰৰ পৰা অহাৰ কাৰণো অদ্ভুত। সি কৈছিল, "সন-মণি, তই চব কথাই সুধিলি, কিন্তু আচল কথাটোকে নোসোধা দেখি আচৰিত হৈছোঁ। দুকুৰিৰ দেওনা পাৰ হোৱাৰ পাছত আকৌ ঘৰৰ পো ঘৰলৈ কিয় ঘূৰি আহিলোঁ, তাৰ কিবা কাৰণ নাই বুলি ভাবনে? প্ৰথম কথা হ'ল, বহুত ঠাই ঘূৰিলোঁ আৰু বহুত মানুহৰ লগত মিতিৰালি হ'ল যদিও শেষত ভাব হ'ল, নিজৰ ঠাইহে আচল। নিজৰ আত্মাক নিজৰ মানুহেহে চিনি পায় আৰু মযো নিজৰ মানুহখিনিৰ আত্মাবহে চিনি পোৱা

সম্ভৱ। তদুপৰি নগালেগুখন মোৰ ভাল নলগা হ'ল। টকাই সিহঁতৰ বিদ্ৰোহী মনবোৰ কিনি পেলালে। শিক্ষিত মানুহ চাম বৰ বেছি চাহাবী হৈ পৰিল। মোৰ পিছে চাওঁৰ নগাকহে ”

গতিকে মনোহৰক ঘৰত পামগৈ বুলি খৰখৰ কৰি যোৱাৰ অৰ্থ নাই। বস্তুত দিন চাইকেলত উঠা নাই কাৰণে ভাগৰো লাগিছে। ভোকো লাগিছে। আৰু এবেৎমান বাট গলেই ভূতুবী বাইদেউৰ ঘৰ পাম। তাতে অলপ সোমোৱাৰ কথা ভাবিলোঁ। হয়তো বাইদেৱে ভাত খাবলৈ ৰাখিব। তাৰ আগতে পঁইতা ভাত খাই পেটটো আধাডুখৰীয়াকৈ পূৰাব লাগিব। পঁইতা ভাতৰ লগত নিশ্চয় পোৰা মাছ, গাঁজ টেঙা, বগৰী গুৰি আৰু যিবিডি জলকীয়া পাম।

মই গৈ আছোঁ। এনেতে এটা মিঠা মাত শুনি চাইকেলৰ পৰা নামিলোঁ। পদূলিৰ আগৰ ডাঠ পাতৰ বকুল জোপাৰ ছাঁত আমাৰ চানেকী মাহী থিয় দি মোক মাতিছে, "হেৰৌ সৰুমণি, নোচোবাই হুলি দেখোন।' চানেকীক মই কিয় মাহী বুলি মাতো নিজেই বুজি নেপাওঁ। এদিন মাহী বলি মাতিলোঁ। তাই 'এ' বুলি ক'লে। ইমানেই। দুদিনমানৰ পাছত এদিন মোক পাই তাই ক'লে, "মাহীযেৰক পাহৰিলিযেই হবলা ? তোৰ মাহীযেৰ যেতিয়া মই তোৰ গাৰ্জন'। বুজিলি ? ক'ৰবাত কাৰবাক পাকত পেলোৱা গম পালে তোৰ তৰ্ধনি বাজ কৰিম।" ইয়াকে কৈ মোক জোকা-বলৈ ধৰিলে। অথচ তাইৰ বয়স মোৰ সমানেই। আমাৰ এতিয়া কাৰো আচল ডেকা কালটো নাই।

মই সুধিলোঁ, "ভালনে ?" তাই কঁকালত সুন্দৰ ভাঁজ এটা দি ক'লে, "ইমান দিনৰ মূৰত দেখিছোঁ। এতিয়া ভালনে বুলি সুধি শুচি গলেই হ'বনে ? ব'ল, ঘৰলৈ ব'ল।"

তাইৰ লগত ঘৰলৈ সোমাই গ'লোঁ। নঙলাত চাইকেলখন আঙ-জাই থৈ চাবি মাৰি দিলোঁ। চানেকীৰ ঘৰখন আগৰ দৰেই নিছলা। এনে অৱস্থাতো তাইৰ চেহেৰাটো হ'লে বেছ চহকী। কঁকালৰ তলৰ দেহৰ দুয়োফালে সুন্দৰ ধেনুভিৰীয়া ঘেৰ। ঠিক আগৰ দৰেই। বুকুত আগৰ

দুৰেই যোৱান কালৰ গৰ্ব। তাই অকণো পোটোকা পৰা নাই। আচৰিত কথা যে কিছুমান ছোৱালীৰ ক্ষেত্ৰত বয়সে হাৰ মানে।

"বৌটিয়েৰ নাই ?"

"যোৱাবছৰ কাল হ'ল।"

"এস হয় নেকি ? মই যে কত খবৰ নেপাওঁ।"

"ভাত মুঠিকে খাই যা।"

"থাম বাৰু। বহুত দিন আবিবৈয়ে ছোৱালীয়ে ৰন্ধা ভাত খোৱা নাই। এটা কথা, চানেকী তোক মই মাহী বুলিছিলোঁ। মনত আছে।"

"আছে। দিনবোৰ সলনি হৈছে। এতিয়া এনেকৈ আলহ-উদহকৈ মাত এনাৰ দিয়া ল'ৰা নাযেই। পুৰা হৈ গ'লো নহয়।"

"নহয় দেই। এতিয়াও তই বহুতক জ্বলাকলা কৰিব পাৰিবি। কোন অৰ্থত ক লো, বুজিলিনে ?"

"তইতো কথা তেনেকৈয়ে কব। পিছে তই এতিয়া ক'ত ?"

"আগৰথন কলেজতে। অলপতে আকৌ পঢ়াশুনা কৰি ঘূৰি আহিলোঁ।

"অ', সেয়েহে দেখা নাই। নহলে তই এবাৰ মোক খবৰ কৰিলি-হেতেন। পিছে, ঘৰীয়েৰৰ ভাল ?"

"ভাল।"

"ল ৰা ছোৱালীকেইটাৰ একা ?"

"ভালেই। সিহত ডাঙৰ হ'ল। এতিয়া আমাৰ লগ নলয়।"

"এতিয়া আহিলি কিয় ?"

"মাটিবাৰীৰ গণ্ডগোল আছিল। তাৰে ভূ ল'বলৈ আহিলোঁ।

তাইৰ কথাবোৰৰ উত্তৰ দি আছো আৰু লগে লগে আন কথাহে ভাবিছো। তাইৰ পূৰঠ মুখখনৰ কোমল কোমল ভাবটো এতিয়াও একে হৈয়ে আছে। হাঁহিলে ওঠৰ কোণ দুটা ওপৰলৈ উঠে। গালত দুটা টোপ পৰে। দুষ্ট দুষ্ট লগা ধুনীয়া চকু দুটাৰ বিলাৰৰ ছালখন ফিটফিটীয়া ক'তো অকণো আঁক নাই। তাইৰ কথাতকৈ চকুৰ ভাষাৰ অৰ্থ বেছি।

দেখি ভাব হয় যেন তাইৰ এইহাল চকুৰ পৰা এই বয়সতো কৌতূহল হেৰাই যোৱা নাই। তাইৰ কাৰণে জীৱন আৰু পৃথিৱী এতিয়াও নতুন। সেই কাৰণেই চানেকীক আগন্তুকে বেছি ভাল লাগি গ'ল।

ভাত খোৱাৰ সময়তহে তাইক এটা কথা সুধিবলৈ সময় হ'ল। খুব প্ৰয়োজনীয় কথাঃ তই অকলেই থাক নেকি? তাইৰ উত্তৰ অসাধাৰণঃ অকলে থাকিবলৈ কি মোৰ তাগত নাই? "ৰুকত গ্ৰাম সেৱিকাবোৰ অকলে অকলে কেনেকৈ থাকে? আমি কিবা পানীয়ে মৰা বাও? অ', বুজিলোঁ। তই মতলবী। অ' নহয়, নহয়, এনেয়ে ক'লোঁ। বেয়া নেপাবি। তই আকৌ আজিকালি 'প্ৰফেছৰ' নহয়। অ' বুজিছোঁ, মোৰ ঘৰত আৰু কোন কোন আছে, তই পাহৰি গলি। এতিয়া কেৱল মোৰ ভাইটোহে আছে। এতিয়া তাক ডেকা হাৰাই পাইছে। সি বাছৰ কণ্ডাক্টৰ। কুজি-ডাঁহেদি বেবেজীয়া হৈ টাউনলৈ যোৱা বাছখনৰ। পষেকটোৰ দহদিনমান ৰাতি ঘৰলৈ আহে। মই কওঁ—হেৰৌ বজৰু, পাৰ যদি এজনী লৈ আহ, ঘৰখন ঘৰ যেন লাগক আৰু মযো ভাইবোৱাৰীৰ হাতৰ ভাত মুঠি খাই সুখতে ধেপেচীভনী হৈ পৰোঁ।"

দুযো একেলগে ধেক-ধেককৈ হাঁহিলোঁ। তাই হাঁহি মাটিত চলি পৰাৰ অৱস্থা। এনেকৈ হাঁহিব পৰাও কম সুখৰ কথা নহয়। সেইকাৰণেই বিজানি তাইৰ চেহেৰাটো এনেকুৱা হৈ আছে। তাই যেন একুৱা জুইহে। তাত মানুহৰ স্বাভাৱিক কামনাবোৰ গলি শেষ হৈ যাব খোজে। এতিয়াও বা কতক এই জুয়ে দেইপুৰি মাৰিছে ঠিক নাই।

বেলি হলিযাপে। তৰ্কিবলৈকে নহ'ল। চানেকীৰ ওচৰত সময় সংকুচিত হৈ গ'ল। মযো যেতিয়া ভোল গ'লোঁ, তেনেহ'লে গাঁৱত চানেকীৰ উপস্থিতি বেছ মোহময়। অথচ মই চানেকীৰ বিষয়ে যোৱা ছয় সাত বছৰৰ একো কথাই নেজানো আৰু জানিবলৈ সময়-সুবিধা পোৱা নাই।

আহিবৰ সময়তহে তাইক আচল কথাটো ক'লোঁ। এনেয়ে এবাৰ ধৰিতাক দোষ দি চালোঁ। তাই একো নেমাতিলে। সেয়েহে মই পোনপটীয়াকৈ সুধিলোঁ, "দোষ কাৰ? মনোহৰৰ নে তাইৰ?" চানেকীয়ে গাটো

মতুৱাই নচুলাই ক'লে; "এতিয়া ...

"মই এনেয়েহে সুধিলোঁ, চানেকী। মনোহৰক কিজানি ঘৰত নেপাম। সি এতিয়া লাহ্দাচাক মানুহ। ক'ত অনাই-বনাই ঘূৰি ফুৰিছে, ঠিক নাই।"

"তাক তই পাবিয়েই। সি যেতিয়াও ঠেক ছিগা নহয়। এনাপেচা বিপদে তাক টলাব নোৱাৰে। মই মনোকাইক চিনি নেপাওঁনে? সি অনাই-বনাই ফুৰা মানুহ নহয়। হাঁহ-কুকুৰাবোৰ আৰু পুখুৰীৰ মাছ যাব এৰি সি ক'ত অনাই বনাই ঘূৰি ফুৰিব?"

"সঁচা?"

"সঁচা।"

"চানেকী, তই মনোহৰক মোতকৈ বেছি বুজ নেকি?"

"পুৰুষক পুৰুষে চিনা টান। তিৰোতাই পুৰুষক চকুৰ পচাৰতে চিনে।"

"তইনো কিমান বুজিলি?"

"মই মানুহটোৰ গলত কথা পাতি যি বুজিলোঁ, সি জীৱনটোৰ লগত লেটি-পেটি থকাটো জানে, এৰাবও জানে। জ্ঞানী মানুহ। সেয়েহে জীৱনটোক বৰবেছি গুৰুত্ব নিদিলে।"

"ইমান ভলিলৈকে বুজ ল'লি?" "ল'লোঁ।"

এইবুলি কৈ চকুৰে দিবা এটা কথা ক'লে নেকি ধৰিব নোৱাৰিলোঁ।

"তেনেহলে মই মনোহৰক জৰুৰ ঘৰত পাম?"

"জৰুৰ।"

মই আঙুলি দুটা তাই আগত ধৰি ক'লো "ইয়াৰে এটাত ধৰ।" তাই তৰ্জনী আঙুলিটোত ধৰিলে। মই তাইক নাকত ধৰি জোকাবি বিদায় ল'লোঁ।

চাকোলাঘাটৰ পৰা দৰঙীয়াল গাঁৱলৈ চাইকেল চলাই আহোঁতে এতিয়া মই মনোহৰৰ কথা ভবা নাই। সি হেনো জীৱনক বিশেষ গুৰুত্ব নিদিয়ে। চানেকীয়ে মৰ্মবাণী শুনাই দিলে। অজানিতে মই চানেকীৰ কথাহে ভাবিলোঁ। তাযো এক ধৰণৰ ছে ৱাণী। তায়েহে কিজানি জীৱনটোক গুৰুত্ব নিদিবে। তাইৰ মনৰ কথাহে কিজানি মনোহৰৰ লগত

মিলাই দিলে। জীৱনত কিবাএটা উচিত বুলি ভবা মানুহেহে জীৱনৰ লগত হাবুডুবু খাই মৰে। কিন্তু আমাৰ চানেকী তেনে নহয়। সেয়েহে তাই ইমান আনন্দত থাকিব পাৰে আৰু এই আনন্দৰ জিলিকনিয়ে আনৰ জীৱনকো কিজানি পোহৰাইছে। চানেকীৰ জীবন একেসুৰীয়া নহয়। তাই ন-গাভৰু থকা সময়তে সিহঁতৰ ঘৰত এহাল সোণাৰী আছিল। গাঁৱৰ মানুহৰ গহনা বনাইছিল। দিনত ঘৰৰ এটা কোঠাত সিহঁতে সোণৰ কাম কৰিছিল আৰু ৰাতি খেৰঘৰত শুইছিল। সিহঁত ভাটী ফালৰ সোণাৰী। এটাৰ নাম উদ্ধব আৰু ইটোৰ নাম সনাতন। সনাতন দেখনিয়াৰ আৰু অলপ চতৰ-বতৰ। সনাতনৰ লগত তাইৰ কাণ্ড কাৰখানাবোৰ বহুত বেছি উধাসেগৈ। এয়াই অৱশ্যে ৰোজাল বৌজাল নলগালে। কিয়নো সকলোৱে ধৰি ল'লে যে সনাতন সোণাৰীয়ে তাইক লৈ যাব। কিন্তু এদিন ৰাতিপুৱা সকলোৱে গম পালে যে সোণাৰী দুটা পলাল। গতিকে চানেকীৰ প্ৰথম পছুনতে অথন্তৰ। তাৰ পাছত তাইৰ বিয়া বাৰু হোৱা টান হৈ পৰিল। তাইক দেখি মোহ যোৱা বহুত পুৰুষ ওলাল তাইক বহুতে খাটিৰ কৰিও ওচৰ চাপিল কিন্তু কোনেও তাইক বিয়া কৰিবলৈ নিবিচাৰিলে। তাই শেষত বোৱাকটাৰ শিক্ষাও ল'লে। দুৰৈতহে চাকৰি পালে বাৰণে মাকক এৰি নগ'ল। অৱশ্যে এই অঞ্চলৰ মেল মিটিং, মহিলা চৰ্চা মণ্ডল, ৰাজনৈতিক দল—এইবোৰ সকলোতে তাই আছে। তাই ঘৰ-বুঢ়ী হৈ থকা নাই। অলপতে যোৰহাটত 'অঙ্গনাবাদী' বোলা ট্ৰেইনিং এটা লৈ আহিলগৈ। এতিয়া গাঁৱৰ তিৰোতাক কিবাকিবি শিকাই থাকে। চৰকাৰৰ ঘৰৰ পৰা মাহে ডেৰশকৈ টকা পায়।

মনোহৰ ঘৰত আছিল। চানেকীৰ কথাই সঁচা হ'ল। মোক দেখি মনোহৰে আচৰিত মানিলে। তাক একো বেলেগ দেখা নগ'ল। আগৰ দৰেই জাকতজিলিকা পোছাক পিন্ধিছে। তাৰ দুডাল এডাল চুলি পকিছে যদিও ভালকৈ লক্ষ্য কৰিলেহে দেখা যায়। স্বাস্থ্য একেই আছে। মুখত অলপহে বয়সৰ ছাপ পৰিছে। তাকো ভালকৈ চালেহে ধৰা পৰে। তাক দেখি মোৰ জমিদাৰ এটা দেখা যেন লাগিল। কথাও আগৰ দৰেই

গহীন। তাৰ ঘৰৰ চাৰিওফালে প্ৰাচুৰ্য। চৌহদত মানুহে কাম কৰিযেই আছে। সি মানুহবোৰক দিহা পৰামৰ্শ দি থাকোঁতেই মই গৈ পালোঁগৈ।

"তই অহাৰ কথা আছিল বুলিও জানো আৰু তই মোৰ ওচৰলৈ আহিবি বুলিও জানো। এতিয়া কি খাবি ক। আমাৰ অসমীয়া জলপান নে চাহাবী কিবা? মই গাঁৱত থাকিব পাৰোঁ। তথাচ, বীয়েৰ-হুইস্কিৰ 'ষ্টক' ৰাখোঁ। এতিয়া বীয়েৰ দিয়েই আৰম্ভ কৰোঁ।" দীঘল চুৰট এটা হুপি হুপি থিয়েটাৰৰ ৰজাই কোবাৰ আহিত সি কথাখিনি ক'লে। তাৰ মুখত অকণো চিন্তা ভাবনা বা অসন্তোষৰ চিন নেদেখিলোঁ। বিয়লি বেলাতে সুৰাপান কৰি আছে বুলি অৱশ্যে গম নেপালোঁ। কাৰণ, তাৰ গাৰ পৰা মই আতৰৰ গোন্ধহে পাইছো।

মই একো নমতা দেখি সি আকৌ ক'লে, "তই আৰামত ৰহি থকা দেখি ভাল লাগিছে। অন্তত মোৰ ঘৰখন আগৰ দৰেই নিজৰ ঘৰ বুলি ভাবিছ। আগতে অৱশ্যে পোনেই মদপানী যচা নাছিলোঁ। তেতিয়া তই ছাত্ৰ আছিলি। এতিয়া আকৌ ছাত্ৰৰ ছাৰ। বেয়া পাইছ নেকি? কিহৰ লাজ? ফাঁকি দিলে নিজেহে পস্তাবি। তেনেহলে বীয়েৰেৰেই আৰম্ভ কৰোঁ?"

মই ক'লোঁ, "তোমাৰ ইচ্ছা। তোমাৰ আলহী যেতিয়া মই এতিয়া তোমাৰ কবলত।"

সি থিতাতে মাত লগালে, "মানে মাছ বুলি নেখাই জিজি বুলি খাবি? তহঁত শিক্ষিতবোৰৰ ভণ্ডামি নুগুচে।"

"ঠিক আছে পোনতে হুইস্কি আনিলেও মোৰ আপত্তি নাই। উপজিলোঁ যেতিয়া চব খাইহে মৰিম। পাছত বিধাতাক ক'মগৈ—মোক য'তে ৰাখা ত'তে থাকিম। পৃথিৱীত নিজে যি পাৰোঁ ভোগ কৰি আহিছোঁ। তাক সন্তুষ্ট কৰিবলৈকে মই এনেকৈ ক'লোঁ।

সি খেকখেককৈ হাহি পেলালে। হাঁহোতে তাৰ চকুৰ কিনাৰত আঁক নবহিল। তাৰ মুখখন আগৰ দৰেই নিজম অথচ এই মুখৰ আঁহে আঁহে পৌৰুষৰ দীপ্তি। হাহিলে তাৰ বয়সটো আৰু দহবছৰ মি যায়।

মনোহৰ এতিয়াও আকৰ্ষণীয়। এতিয়াও তাৰ চেহেৰাত ইটো জাতিক বিহ্বল কৰিব পৰা ক্ষমতা আছে। মই দেখিশুনি যি বুজিলোঁ, কিছুমান মানুহৰ স্বাস্থ্য আৰু চেহেৰা এনেকুৱা যে মৰাৰ আগলৈকে জীৱনটো ঐকে দৰেই চলাই নিব পাৰে। মনোহৰক দেখি কোনেও ক'ব নোৱাৰিব যে তাৰ বয়স পাঁচবছৰ আগতে তুকুৰি আছিল। ৰোহিতাশ্বই বৰ পাইছিল সদায় ওঠৰ বছৰীয়া হৈ থাকিবলৈ। আমাৰ মনোহৰেও যেন কোনোবা অজান দেৱতাৰ পৰা বৰ পালে সদায় চল্লিশৰ কম বয়সত থাকিবলৈ।

খোৱা-বোৱা ভাল চলিল। তাৰ 'ষ্টক'টো অলপছে কমিল। বহুত কথা ওলাল। সি মোৰ কথা খৰচি মাৰি সুধি মোৰ পৰা ভদ্ৰলোমান স্বীকাৰোক্তি আদায় কৰিলে। তথাপি তাক আচল কথাটো সুধিবলৈ ইচ্ছা নকৰিলোঁ। ভাব হ'ল—সি হয়তো বেয়া পাব। হয়তো সোণাইৰ পাৰৰ এই সুন্দৰ আবেলিটো আৰু সন্ধিযাটো নষ্ট হৈ যাব। দুয়ো বহুত দিনৰ মূৰত লগ হোৱাৰ আনন্দটোও মাটি হ'ব বুলি ভাব হ'ল। মনোহৰেও নিশ্চয় বুজি পাইছে যে মই ইচ্ছা কৰিযেই ৰজিতাৰ কথা সোধা নাই। ৰজিতা ৰূপহী আৰু কথাবোৰো বৰ মৰম লগা। দেহত যৌৱনৰ মনোমোহা বোজা। তাই এই সুন্দৰ ঘৰটোত এই অপৰূপ পৰিবেশত কেৱল সজাই থোৱা বস্তুৰ দৰে নাচিল। এই পৰিবেশক আৰু এই স্বচ্ছলতাক তাই সুকীয়া চৰিত্ৰ দিছিল। সেয়েহে মই ৰজিতাৰ অভাৱ বৰকৈ অনুভৱ কৰিলোঁ।

পেটত ৰাগীযাল বস্তু পৰাত মোৰ মনটো পাতল হ'ল আৰু সংকোচ দূৰ হ'ল। তথাপি মই ৰজিতাৰ কথা উলিয়াব নোৱাৰিলোঁ। মই ইমান নিষ্ঠুৰ হ'ব নোবাৰিলোঁ। কাৰণ, মনোহৰক মই আজি অতি সুখত থকা যেন পালোঁ। সিযেই যদি একো ভৰা নাই, মই আনৰ কথা ভাবি মূৰ ঘমাও কিয়? মনোহৰ ৰজাৰ দৰেই আছে। ঘৰত তুটাই কাম কৰে। ফুলনিৰ কাৰণেও এটা। তদুপৰি পথাৰত, হাঁহ-কুকুৰাৰ পামত আৰু পুখুৰীত কাম কৰা মানুহবোৰতো আছেই। গতিকে তাৰ মানত নিঃসঙ্গতা কি বস্তু তাকে মোৰ দৃষ্টিৰে ধৰা পেলোৱা সম্ভৱ নহয়।

ৰাতি খোৱাৰ বাবেও বৃহৎ আয়োজন। মই লক্ষ্য কৰিলোঁ, মনোহৰৰ ভোকটোও লোভৰ কাৰণে হোৱা ভোক নহয়, স্বাস্থ্যবান মানুহৰ ভোকহে। খাই থকা চায়েই ভাল লাগে।

"তই দুদিনমান থাকিবি নহয় ?"

"থাকিম বুলি ভাবিছোঁ।"

"পৰহিলৈ এপাক আহিব পাৰিবি ?"

"বতৰ ভালে থাকিলে আহিম।"

"তেনেকৈ ক'লে নহ'ব। আহিবই লাগিব। নিমন্ত্ৰণ।"

"কিহৰ বাবে ?"

"নকওঁ। মুঠতে আহিবি।"

মই ইয়াৰ একো অৰ্থ বুজিব নোবাৰিলোঁ। খোৱাৰ পাছত আকৌ কথা-পতাত লাগিলোঁ। মনোহৰে মোক অকস্মাতে সুধিলে, "তোৰ বাৰু কিহত নিচা ? নিচা মানে মই মদ-ভাং নিচাৰ কথা কোৱা নাই। মই জানো, কিবা এটাত নিচা নথকিলে বুদ্ধি বৃত্তি থকা মানুহ সুখেৰে থাকিব নোৱাৰে।"

মই অবাক হ'লোঁ। মই কাহানিও নিজৰ কিহবাত নিচা আছেনে নাই ভাবি চোৱা নাই। কিন্তু এতিয়া ভাবি পাইছোঁ—মোৰ এটা নিচা আছে। মই ক'লোঁ, "মানুহক জানিবলৈ মোৰ বৰ ইচ্ছা। মানে মানুহৰ গোপন মনৰ কথা জানিবলৈ। মানুহতকৈ আকৰ্ষণীয় আৰু একো হ'ব নোৱাৰে। মানুহলৈ কৌতূহল আছে। মানুহক ভাল পাওঁ। মই সেয়েহে তোমাৰ কথাও যেনেকৈ জানিবলৈ বিচাৰোঁ আমাৰ ঘৰৰ মৰকীয়া হাল বোৱা হালুৱৰ হীৰাৰ কথাও তেনেকৈ জানিবলৈ বিচাৰোঁ। সেয়েহে ঘৰলৈ আহিলে এমাহমান থাকি নগ'লে মোৰ ভাল নেলাগে। মই আমাৰ মানুহবোৰক লৈ বহুত কাহিনী লিখিবলৈ বিচাৰোঁ।'

মোৰ সন্নিধানটো নিশ্চয় মনোহৰে ভাল পালে। তাৰ হাতৰ দীঘল চুৰটটো নুমাই গৈছিল। আকৌ জুইশলা মাৰি জ্বলাই লৈ এহোপাৰ ধোঁৱাবোৰ তৃপ্তিৰে এৰি দি ক'লে, "এনে এটা নিচা তোৰ আছে

বুজি আগৰে পৰাই জানো। প্ৰকৃতাৰ যদিও তই সেইকাৰণেই কল্পনা জগতত লাগি ফুৰ। সেইকাৰণেই তোক ভাল লাগে। অৱশ্যে তোৰ লিখা গল্প-চল্প বেছি পঢ়া নাই। আনৰ মুখতহে তোৰ লেখাবোৰৰ কথা শুনিছোঁ। কিন্তু এইবাৰকো তই মোৰ বিষয়ে বেছি কৌতূহল দেখুওৱা নাই।"

এনে সময়তে ৰঞ্জিতাৰ কথা উলিয়াব পাৰিলোহেঁতেন। কিন্তু মই ইচ্ছা কৰিয়েই নুলিয়ালোঁ। মনোহৰে যেনেকৈ মোক উদ্বেগত ৰাখিছে, তেনেকৈ তাকো মই ৰখা উচিত। কাইলৈ যোৱাৰ সময়ত কথাটো উলিয়ালে তাক মই কম সময়ৰ বাবে দুখী মনেৰে থকা দেখা পাম। এইটোও মোৰ কাম্য। সেয়েহে এতিয়া মই জোৰা-ফোন্দা মাৰি এনে এটা সমিধান বিচাৰি উলিয়ালোঁ মই এতিয়াই যাবলৈ ওলোৱা নাই নহয়। ইয়াত থাকি বৰ ভাল লাগিছে। আমাৰ কুজিডাঁহৰ ঘৰতকৈতো বেলেগেই, মই থকা চহৰখনতকৈয়ো বহুত বেলেগ। হয়তো কাইলৈ দিনটোও থাকি যাব পাৰোঁ। আৰু তোমাৰনো মোৰ বুজিবলৈ কি বাকী আছে?

সি ক'লে, "মোক বুজিবলৈ তোমাৰ বহুত বাকী আছে। কাইলৈ বাৰু ক'ম। এতিয়া শোৱাগৈ।"

এইবুলি কৈ মোক শুবলৈ কোঠাটো দেখুৱাই দি, সি হঠাতে তাৰ শোৱা কোঠালৈ গুচি গ'ল। মই স্নায়ুত নিচাৰ আমেজ লৈ বিছনাত বাগৰ দিলোঁ।

পুৱা বহা-কোঠাত তাৰ লগত দেখাদেখি হওঁতেই মই অতি সাধাৰণভাৱে কৈ পেলালোঁ, "মনোহৰকাই, কথাটো শুনি মই সঁচাকৈয়ে দুখ পালোঁ। তুমি আগতে নুলিওৱাৰ বাবেণে কালি ময়ো একো নুসুধিলোঁ। আচলতে কথাটো কি? মানে মই ৰঞ্জিতাৰ কথা সুধিছো।" সি মোৰ নিচেই ওচৰৰ চকীখনত বহিল আৰু সিয়ো অতি সাধাৰণ কথা এটা কোৱাৰ দৰে ক'লে, "আচলতে কথাটো হ'ল এনেকুৱা তাই মোক সঁপিবলৈ উঠি পৰি লগাৰ সময়ত মই এবাৰ কৈ চালোঁ—বুইছ, বন্ধি, মই মেট্ৰিক দিয়েই বিয়া কৰোৱা হ'লে তোৰ দৰে ছোৱালী এজনীৰ বাপেকীয়েই হ'লোহেঁতেন। তথাপি তাই মোলৈ আহিল। সেই অহাও এটা

বন্দবস্ততে। মই প্ৰথম দিনাই ক'লোঁ—'বন্ধু, তোৰ ইচ্ছাক মই বাধা নিদিওঁ।' এতিয়া যদি মোৰ বন্দবস্তটোৰ পৰা আৰু মই তোক বিফল কৰিছোঁ বুলি ভাব, তই চাকৰি যাব পাৰ, মই আপত্তি নকৰোঁ। তথাপিতো মই ভবাটোৱেই হ'ল। গোটেই ৰাস্তা দেখিছ নহয়। তাক ৰহমান তদাৰক কৰিছিল কুকবাবাজীৰ কাশ্যপে। সি বৰকৈ লে শইকীয়া পাহুৰি গ'লোঁ। মৃত্যুতে সি কুকবাবাজীৰ বনমালীৰ পুত্ৰেক। চফল ডেকা। ইব্ৰাহিম ছাটো মণ্ডল পাখিৰ দৰে। তাই তাৰ লগত গুচি গ'ল। লগত সিহঁত দুটাকো নিজেই দিলোঁ। তত্ৰে কচোন সকমথ্নি, তাই বাৰু কিয় নেযাব? তাই যে ইমান সুবৰ্ণ, ইমান সাতক। তাইৰ হাবিয়াসবোৰতো মই কাটি কৰিব নোৱাৰোঁ। আৰু এনেকুৱাতো বন্দবস্তই আছিল।"

—+—+—

# প্ৰেয়সী

মানুহজনৰ মাৰুতী গাড়ীখনৰ হৰ্ণটো শুনিয়েই বন্দনে গম পাই যায়। সি দৌৰি গৈ তেওঁক চালাম দিয়ে, আগ্ৰহেৰে তেওঁৰ বাকচকেইটা আনি কোঠাত থয়, বাকচ খুলি চেণ্ডেলযোৰ ভৰিৰ ওচৰত থয়, চেণ্ডেল পিন্ধাৰ পাছত জোতাযোৰ আলমি নিৰ্দিষ্ট ঠাইত ৰাখে আৰু বাথৰুমত পানী, টাবেল আৰু চাবোন থৈ সোধে, "ছাৰ কেইদিনলৈ ?" তেওঁ কয়, "একেটা কথাকে সুধি থাক কিয় ? সময়ৰ লেখ-জোখ লৈ ইয়ালৈ অহাৰ কিবা অৰ্থ আছে ? যেতিয়ালৈকে কাম বাকী থাকে, তেতিয়ালৈকে।"

মানুহজনে কাকো লগত লৈ এই গহন বনৰ মাজলৈ নাহে। লগত কিছুমান বহল-দীঘল বস্তু, মানে ছবি অঁকা কাগজ, যাক তেওঁ কেনভাছ বুলি কয়। তেওঁ হেনো বিখ্যাত ছবি অঁকা মানুহ। কিন্তু ছবি অঁকাটো হেনো তেওঁৰ বোজকাৰৰ ভিতৰত নপৰে। তেওঁৰ বৃত্তিৰ লগত পেছাৰ মিল নথকা এজন গুণী মানুহ। কোনোবা এখন বিশ্ববিদ্যালয়ৰ গণিত শাস্ত্ৰৰ অধ্যাপক। ছুটী পালেই তেওঁ এই গহন বনখন পায়হি। নাম ভাস্কৰ গোহাঁই। "বিবাহিত নে ?" উৎসুক হৈ কেতিয়াবা বন্দনে সোধে। তেতিয়া ড ভাস্কৰ গোহাঁয়ে কয়, "তোক কৈছো নহয়, বন্দন, তই যাক বন্দন নে বান্দৰ ? বাপেৰে এইটো নাম ৰখাহেঁতেনেই ভাল আছিল। বান্দৰ কোঁচ। কি সুন্দৰ নাম হ'ব। কল এটা মুখত দি তোৰ এখন ছবি আঁকি বৈণীয়ে-বলৈ পঠিয়াব লাগিব।"

বন্দনে সোধে, "মোৰ শিমলুগুৰিত ঘৈণীজনী আছে বুলি আপুনি জানে। অথচ আপোনাৰ কথা জানিবলৈ মোৰ মন নেযাব কিয় ?" তেওঁ কয়, "অৱশ্যে কথাটো হয়। শুন বন্দন, সকলো মানুহ বিয়া কৰাবৰ বাবে উপযুক্ত নহয়। যদি কথাটো বুজা নাই, তেন্তে বুজাই দিব লাগে বুলি নক'বি। দুনিযাত চব মানুহেই বিয়া কৰে নেকি ? চব মানুহেই নাকী লগোৱা ম'হ হ'ব পাৰে নেকি ?"

বন্দনে মিচিক-মাচাক্ হাঁহে। কিন্তু তাৰ অতি প্ৰিয চাহাবটোৰ কৃত্ৰিম খং তুলি আমোদ পায় কাৰণেই সি এইবোৰ কথা প্ৰতিবাৰেই সোধে। ড ভাস্কৰ গোহাঁয়েও জানে যে তাৰ অতি মৰমৰ বন্দনে ইচ্ছা কৰিযেই এইবোৰ কথা সোধে আৰু এনেকৈয়ে তেওঁৰ ঈপ্সিত বনবাস আৰম্ভ হয়।

এইবাৰ বন্দনৰ 'ছাৰ' পূৰা এবছৰৰ মূৰত আহিছে। তেওঁ বহাগ আৰু ভাদত আহিব লাগিছিল। কিন্তু নাহিল। ঘোৰাবাৰ কাতিবিহুৰ পাছত আহিছিল। এইবাৰ আহিল আৰু' ৰাসযাত্ৰাৰ আগে আগে।

শৰতত গহন বনখনি অতিশয় নয়নাভিৰাম হৈ পৰিছে। হাতীঘুলি ফৰেষ্ট বিট হাউচৰ চৌপাশে বন্য প্ৰকৃতিৰ পূৰ্ণতা। এয়া ফুলৰ পৰা ফল ধৰাৰ ঋতু। আকাশ নিৰ্মল। বনৰীয়া জুৰিৰ পানীও ফটিক ধাৰ। জীৱ-জন্তুৰে হাতীঘুলি হাবিয়ে প্ৰকৃতিৰ অপৰূপ ভাৰসাম্যৰ চিনাকি দিছে।

এই গহন হাতীঘুলি হাবিলৈ আহি ভাস্কৰ গোহাঁয়ে খোজে খোজে ছবি অঁকাৰ সম্বল পায। তেওঁ হেঁপাহ পলুৱাই ছবি আঁকে। ইয়াৰ পৰা ঘুৰি গৈ চহৰৰ গতানুগতিকতা, ধূসৰতা, জনকীৰ্ণতা আৰু ব্যস্ততাৰ প্ৰাত্যহিক তুচ্ছতাক অতিক্ৰমি কেইমাহমান থাকিবলৈ তেওঁ শক্তি আহৰণ কৰে।

আজি মাৰুতী গাড়ীৰ উকি শুনি বন্দন দৌৰি আহি বিনা বাক্য-ব্যয়ে ড. গোহাঁইৰ বস্তুবোৰ তেওঁ প্ৰাযে থকা কোঠাটোলৈ লৈ গ'ল। মুৰা বান্ধি অনা কেনভাছবোৰ বিছনাৰ তলত থলে। আগৰ দৰে মোনাটো খুলি ভালেমান বটল, দাঢ়ি খুৰোৱা সৰঞ্জাম আদি ড্ৰেছিং টেবুল আৰু

ৰেকত থ'লেহি। বন্দনৰ মনটো উজ্বলি উঠিল। বটলকেইটা থৈ সি ভাবিলে, তাৰ ভাস্কৰ ছাৰ ইয়াত এপৰমান থাকিব হ'বলা। 'বস্তু' যথেষ্ট আনিছে। এটা ভেট ছিক্সটি নাইন, বিচলেৰী মিনাৰেল ৱাটাৰৰ বটলেন কেইবাটাও। আৰু আছে মেকডুৱেল ভিন্টেজ হুইস্কি দুটা।

বাথৰুমৰ পৰা ওলাই আহি তেওঁ ক'লে, "বন্দন, ফ্ৰ ৰখন মচিবি। মচিলে চিত্ৰনলা দিবি। মই অনিছোঁ। এতিয়া মাখি বেছি হ্য।"

সি একো নকওঁতেই তেওঁ চিগাৰেট এটা মুখত দি সুধিলে, "বাকী দুটা কোঠা আগৰ দৰে খালি থকা নাই নেকি? কোনোবা মাইকী-ছাইকী আছে হ'বলা।"

হাতীঘুলি বিট অফিচৰ ইন্সপেক্সন বাংলোত অৰ্থাৎ বিট হাউছত স্বয়ংসম্পূৰ্ণ তিনিটা কোঠা আছে। যিহেতু ঠাইখন লোকালয়ৰ পৰা বহু নিলগত, সেয়েহে ইয়ালৈ অফিচাৰৰ বাহিৰে অন্য মানুহ নাহেই। অৱশ্যে কোনোবা কোনোবা অফিচাৰ বা ঠিকাদাৰ সঘনাই আহিব পাৰে। কৰ্তব্যৰ খাতিৰত নহয়, অসৎ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ অৰ্থেহে। বন্দন ভাল মানুহ। কিন্তু হাতীঘুলি বিট হাউছত থাকি থাকি সি পাপ আৰু পুণ্যৰ তথা সৎ জীৱনৰ আৰু ব্যভিচাৰৰ মাজৰ ৰেখাডাল লাহে লাহে চিনিব নোৱৰা হৈছে। সি নিৰাসক্তভাৱে তাৰ চাহাবসকলৰ গোপন জীৱন চাই থাকিব পাৰে। এই কালৰ পৰা চাৰলৈ গ'লে কিন্তু তাৰ অতি প্ৰিয় ভাস্কৰ গোহাঁই মহাপুৰুষ। সুৰাপান আৰু চিত্ৰাংকনৰ বাহিৰে তেওঁৰ আনত একো বাপ নাই। সদায় অকলে আহে। অথচ ভালেমান চাহাবে ইয়ালৈ অকলে অহাটো মূৰ্খামি বুলিহে ভাবে। এবাৰ এজন ডাঙৰ বন বিষয়াই হেনো কৈছিল, Every beat house should be enriched with a surrogate wife

"ছাৰ, মাইকী আছে বুলি গম পালে কেনেকৈ?"

"মোৰ নাকটো বৰ দীঘল। গোন্ধ পাইছো। বিশেষকৈ বিদেশী স্নো-পাউডাৰৰ।"

"ঠিকেই ধৰিছে, ছাৰ। এতিয়াও আছে।"

"কোননো।"

"গিঁৰিয়েকৰ নামটো কিবা কাকতি। ডাঙৰ ঠিকাদাৰ হেনো। ডি এফ অ'ৰ পৰা পাৰ্মিশন লৈ আহিছে।"

"এতিয়া ক'লৈ গৈছে?"

"উকিল এজনৰ লগত চহৰলৈ গৈছে।"

"উকীল বুলি কেনেকৈ জানিলি?"

"যাওঁতে উকীলৰ কোট পিন্ধি গৈছিল।"

"কিহত আহিছিল?"

"কণ্টেছা গাড়ীত।"

"মানুহজনী কাৰ ঘৈণীয়েক?"

"ঠিকাদাৰৰ। নাম লিখোঁতে গম পালোঁ। বৰ বেয়া লাগে ছাৰ। দুয়োজন কেছাৰী ঘৰলৈ যাওক, বাৰু। মানুহজনীক অকলে মোৰ জিম্মাতহে এৰি থৈ যাব লাগেনে? এইখন ভাঠ হাবি যদিও ইয়াত বনৰীয়া জন্তুলৈ ভয় নাই, ভয় মানুহলৈহে। নহয় জানো, ছাৰ?"

দুয়ো ঢেবঢেবকৈ হাঁহিলে।

ভাস্কৰ গোহাঁযে নিজে গাড়ী চলাই আহিছে। তেওঁৰ ভাগৰ লাগিছে। তেওঁ শুই পৰিল।

ইতিমধ্যে ঠিকাদাৰৰ পত্নী পৰম বিৰক্ত। কিমাননো তেওঁ প্ৰকৃতিৰ ৰূপ উপভোগ কৰিব? বিবিধ পক্ষীৰ ৰাৱে বিট হাউছৰ নিস্তব্ধতা আৰু তেওঁৰ নিসঙ্গতা অধিক অসহনীয় কৰি তুলিছে। তেওঁ নিজৰ মাতটো শুনি নিজেই আচৰিত হৈছে। "বন্দন, হেৰা বন্দন।" মাথোন তিনিটা শব্দ। শব্দকেইটাই যেন আকাশ ভেদ কৰিছে।

বন্দন কাষ পালেহি। তাই ক'লে "জগটোত পানী নাই। আৰু দুপৰলৈ কি ৰান্ধিবা?"

সি কি কি ৰান্ধিব ক'লে। মাংস ৰান্ধিবই লাগিব। কাৰণ বহু মাহৰ মূৰত তাৰ ভাস্কৰ ছাৰ আহিছে।

"কোননো এইজন ভাস্কৰ ছাৰ?"

"ডাঙৰ মানুহ, ইয়ালৈ ছবি আঁকিবলৈ আহে। ডাঙৰ পৰ্ফেছাৰ হেনো। মোৰ লগত নিজৰ নিজৰ ভাব। লাহ্দাচাৰ মানুহ।"

"কিয় বহুত দিনৰ মূৰত ইয়ালৈ আহিল ?"

"দেশত নাছিল। আমেৰিকাৰ দৰে ঠাইতো কলেজৰ ল'ৰা-ছোৱালী পঢ়ুৱাবলৈ গৈছিল বোলে। পুৰা ন মাহ।"

তাইৰ নাম ৰীমা। তাই অকলশৰে অতিষ্ঠ হৈছে। তাই ভাবিছে, আধুনিক মানুহৰ প্ৰধান সমস্যা কিজানি অকলে সময় কটোৱাহে। কিন্তু আজিকালি অকলে সময় কটাবলৈ লগত কত যে সৰঞ্জাম থাকে। ভিডিঅ' কেছেট, অডিঅ' কেছেট, ৰেডিঅ', টেলিভিশ্বন। তথাপি ছিয়া জুৰ নপৰে।

এঘণ্টা পাৰ হ'ল। তাই অলপ পৰৰ পিছত দুৱাৰৰ পৰ্দাৰ ফাঁকেদি জুমি চাই দেখিলে যে এজন মানুহে বাৰাণ্ডাৰ চকীত বহি চিগাৰেট হুপি হাবিৰ ফালে চাই আছে। কন্দৰ্প কান্তি ৰূপ। অবিন্যস্তভাবে পৰি থকা ক'লা চুলিখিনিয়ে তেওঁৰ ভৰপূৰ কমনীয় মুখখনক অপাৰ্থিৱ ৰূপ এটা দিছে।

ৰীমাৰ মনটো ডাঠ লাগিল। অন্তত এজন পুৰুষৰ উপস্থিতিয়ে পৰিবেশটোৰ শূণ্যতা কিছু পৰিমাণে দূৰ কৰিব পাৰিছে।

শুকান তলসৰা পাতৰ ওপৰেদি সাপ এটা বগাই আহিলে যেনেকুৱা শব্দ হয়, তেনে এটা শব্দ শুনি ড ভাস্কৰ গোহাঁয়ে পিছফালে চালে। ৰীমাক দেখা পালে। চকুৱে চকুৱে পৰাত তাই অপ্ৰস্তুত হ'ল। সৌজন্য ৰক্ষা কৰাৰ উদ্দেশ্যে তেওঁ থিয় হ'ল।

এনেতে চাহ একাপ হাতত লৈ বন্দন হাজিৰ হ'লহি। চাহকাপ ভাস্কৰৰ হাতত দি সি ক'লে "ৰ ব বাইদেউ ইয়ালৈকে চকী এখন আনি দিওঁ।" তাই একো নামাতিলে। সি চকীখন আনি দি ক'লে, "এয়া আমাৰ ৰীমা বাইদেউ। কালি আহিছে। তাৰ পাছত ড ভাস্কৰ গোহাঁইৰ লগত চিনাকি কৰি দিলে। তেওঁৰ আঙুলিৰ নিৰ্দেশত তাই চকীখনত বহিল।

ভাস্কৰক তাই আকৰ্ষিত কৰিব পাৰিলে। চিত্ৰশিল্পী ভাস্কৰে তাইৰ সমগ্ৰ দেহাৱয়ৱত কেৱল সুন্দৰতাইহে দেখা পালে। মুখত অভস্তাৰ বেৰত

আঁকা সুন্দৰীৰ কাৰুকাৰ্য। ইলোৰাত খোদিত নাৰী মূৰ্তিৰ দৰে তাইৰ দেহ। দেহাৱয়ব অতিশয় মাৰ্জিত যদিও স্বাস্থ্যৰ জ্যোতিয়ে প্ৰদান কৰা তাইৰ দেহসামগ্ৰী অতিশয় মনলোভা। চকুত তাইৰ লাজুক নিমন্ত্ৰণ। তথাপি ৰমণীয়ে সীমাৰেখা টনা বুনীয়া মুখখন এগৰাকী সম্ভ্ৰান্ত বোৱাৰীৰ মুখহে। গৌৰবৰ্ণৰ কপালৰ ভগমগ ফোটটোৱে ঘোষণা কৰিছে বৈবাহিক জীৱনৰ সুখজ্যোতিক আৰু সেওঁতাৰ সেন্দুৰে তাৰ সুন্দৰ প্ৰতিশ্ৰুতিক। শিল্পী ভাস্কৰ গোহাইৰ মনে হাহাকাৰ কৰি উঠিছে। তেওঁৰ কাৰণে তাই এক দুৰ্লভ মডেল বিভিন্ন সাজত তাই তেওঁৰ তুলিকাত বিভিন্ন ধৰণে ধৰা দিব পাৰে। গৃহীনীস্বৰূপে, জীৱনৰ উত্তাল তৰঙ্গত এক স্থানু জীৱনজিজ্ঞাসা-স্বৰূপে, সখিস্বৰূপে, আনকি পালঙ্কশায়িনীস্বৰূপেও নাৰীৰ একেটি অৱয়ৱতে যে ইমান ৰূপ। কথা-বতৰাত তাই অতিশয় সংযত। তাই অতিশয় ভদ্ৰ। সম্ভ্ৰান্ত গৃহিণী তাইৰ শুৰি বায়ুগ্ৰস্ততা প্ৰকাশ পাইছে প্ৰতিটো কথাতে। এনে এগৰাকী নাৰীক বিবাহৰ পূৰ্বে দেখা হ'লে এতিয়াও কলাবান বৰ হে থকা ভাস্কৰ গোহাঁয়ে তেওঁৰ চিৰকুমাৰ ব্ৰত প্ৰথাৰ ভাঙি পেলাইছেতেন আৰু সংসাৰৰ বোকাত লুতুৰি-পুতুৰি হ'ল-হেতেন।

নীৰৱতাৰ মাজত তাইৰ মাতটো যেন গান হ'ল। "বদনৰ মুখে অলপ-অচৰপ শুনিলো। আপুনি ডাঙৰ মানুহ। ছবি আঁকে, তাতে আকৌ ইন্ডিভিজুৱেলিটিৰ প্ৰ যত্নাৰ। বিদেশ লকে যায়।

"আপুনি মিছেছ - এন"

"মিছেছ কাকতি।"

শুনক মিছেছ কাকতি, আপুনি খব নম মহিলা বাবেহে মোক ইমান ভাল বুলি লৈছে। শুনি মোৰ লাজহে লাগিছে। আপোনাৰ ওচৰত মই আজি প্ৰথম অনুভৱ কৰিছো মই অতি তুচ্ছ।"

"কাৰণ? মানুহৰ থাকিবলগীয়া সকলোখিনি গুণ আপোনাৰ আছে। কতই চাগৈ আপোনাক দেখি ঈৰ্ষা কৰে।"

ভাস্কৰ গোহাঁই অলপ পৰ নিৰৱে ৰ'ল। তেওঁক ইমান প্ৰশংসা

কিজটোৱে এই গৰাকী নাৰীৰ অন্তৰৰ আভাস দিছে? ইয়াত কি তাইৰ ঐকান্তিকতাৰ চিনাকি পোৱা গৈছে? নতুবা তাইৰ নিজৰে কামনা চৰিতাৰ্থ কৰাৰ এটা কাৰণ? কিন্তু তেওঁ তাইক আগতে প্ৰশংসা কৰিছিল তাইৰ ৰূপত প্ৰকৃততে ভভিভূত হৈছে। শিল্পী হিচাপে তেওঁ সুন্দৰী নাৰীৰ প্ৰাপ্য প্ৰশংসাখিনি পূৰ্বৰে পৰা বহু ঠাইত অকপটভাৱে ব্যক্ত কৰি আহিছে।

তাযো ২মান পৰ নীৰৱে আছিল। তেওঁ আগৰ কথাৰ লগত সঙ্গতি ৰক্ষা নকৰি যেন হঠাৎ কৈ পেলালে, "আপোনাক লৈ এটা স্কেচ কৰিবলৈ প্ৰবল ইচ্ছা হৈছে। অনুৰোধ ৰক্ষা কৰিব।"

তাই ক'লে, "নিজেই ধন্য হ'ম"।

তেওঁ সুধিলে, "কিন্তু মিষ্টাৰ কাকতিৰ?"

তাই গম্ভীৰ হ'ল। একো উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিলে। তাই প্ৰসঙ্গ সলনি কৰিবলৈ ইচ্ছা কৰিলে।

"বাৰু ড গোহাঁই জীৱনানন্দ দাসৰ কবিতা আপোনাৰ কেনে লাগে?"

"এই প্ৰশ্নটোকে বুজিব পৰা নাই। এইজন ক'ৰ কবি?"

"বেংগলৰ। তেওঁৰ কবিতা পঢ়া নাই?"

"ক'ত সময় পালো? জীৱনটো অংক কৰি কৰি আৰু ছবি আঁকি আঁকি শেষেই কৰি দিবৰ হ'ল। কোনো কবিতা বাৰু?"

"একো একোখন ছবিৰ দৰে।"

"আপুনি এগৰাকী ভাল গৃহিণীয়েই নহয়, কালচাৰ্ড। গৃহিণী এনেকুৱা হ'লেহে ভাল লাগে। আপুনি ব্যতিক্ৰম। কিন্তু ধনী মানুহৰ সৰহভাগ পত্নীয়েই dall ard insipid, অলপ পৰ কথা পতাৰ পাছতেই তেওঁলোকৰ কথাৰ টক শেষ হৈ যাব। পাছত অঙহী বঙহী আৰু গিৰিয়েকৰ ধন-সম্পত্তিৰ কথা পাতিবলৈ ধৰে।"

"ধৰকৈ নশলাগিব কিন্তু।"

এতিয়া ৰীমাৰ চকু উজ্বল। সেই চকুত গভীৰ মোহ। তাইৰ কটাক্ষ চাৰিদিশ বাৰেৰ গুলি যেন খুজিছে। হঠাতে ড ভাস্কৰ গোহাঁইৰ তাইৰ

পাৰ্ক মাই যেন মিহি বাহু দুটাৰ অনাবৃত অংশ আৰু সুগঠিত খুঁতৰিটো চুই দিবৰ ইচ্ছা হ'ল। কিন্তু তেওঁ বহু কষ্ট কৰি এই লোভ সম্বৰণ কৰিলে। তথাপি তেওঁ ভাবিলে, উত্তপ্ত চুম্বনেৰে তাইৰ গোটেই মুখখন ঢাকি পেলাব পৰাহেঁতেন হেতেঁ ধন্য হ'লহেঁতেন। নৰম আৰু আকৰ্ষণৰ এলোটা ভাষা থাকে। শব্দৰে প্ৰায়ে তাক প্ৰকাশ কৰিব নোৱাৰি, পাৰি স্পৰ্শ আৰু শ্বাসৰুদ্ধ কৰিব পৰা চুম্বনেৰেহে।

ড. ভাস্কৰ গোঁহাই নিজৰ মৰ্যাদা ৰক্ষা কৰাৰ সময় আহি পৰিল। তাই এ বৰ গৃহিণী। তাইৰ হয়তো এটা সুখী জীৱন আছে। হয়তো প্ৰমোদ ভ্ৰমণলৈ আহোঁতে তাই ল'ৰা-ছোৱালীকেইটা এৰি থৈ আহিছে। গতিকে তেওঁ এনে এটা ঘোৰ অপকাৰ কৰিব নোৱাৰে। পাৰস্পৰিক দুৰ্ব-লতা আৰু আকুলতাৰ সু যোগ লৈ তেওঁ এখন ঘৰ নষ্ট কৰি দিব নোৱাৰে। লাগে সেইখন ঘৰ এজন প্ৰতাপী ঠিকাদাৰৰেই হওক বা কোনোবা সাধাৰণ শুচিবায়ুগ্ৰস্ত মধ্যবিত্তৰে হওক।

তেও "এক্সকিউজ মি" বুলি হঠাতে চকিৰ পৰা উঠি নিজৰ কোঠাত সোমাল। মনটো দমাবলৈ এঢোক হুইস্কি গলাধঃকৰণ কৰি ৰঙৰ টিউব কেইটামান উলিয়াই তেও এটা সংমিশ্ৰিত ৰং তৈয়াৰ কৰিলে। তুলিকাও হাতত ললে। কিন্তু পোহৰ কম বাবে তেও ৰ'লায় আহিল। এতিয়া হাতত পেঞ্চিল আৰু কাকত।

তেওঁ ক'লেহি "মিছেছ বাৰুহি এতিয়া আৰু কথা নেপাতো। কথাতকৈ নিৰৱতাৰ ভাষা অধিক শক্তিশালী।"

তাই বুজি নেপালে। মৃদু গোপন আন্তৰিকতাৰে সুধিলে, "তাৰ অৰ্থ?"

তেওঁ ক'লে "তাৰ গোপন অৰ্থ হ'ল—আপুনি কেনেকৈ বহি থাকিব খোজে তেনেকৈয়ে বহি থাকক। মই এখন স্কেচ আঁকি এই অপৰূপ মুহূৰ্তবোৰ স্থায়ী কৰিব খোজো।"

তাই এক অপৰূপ লাজুকী ভঙ্গিমাৰে ড গোঁহাইক চুহি পেলালে। আৰু সময় নাই। বেলি লেহিয়াই সালবনৰ মাজত লুকাই পৰিল। কিকোনো

সময়তে ঠিকাদাৰ কাকতি আৰু উকিলজন ওলাই সতেজ সময়খিনি নষ্ট কৰি দিব পাৰে।

"মিছেছ কাকতি, স্কেচ আঁকিলোঁ। প্ৰেজেণ্ট দিমনে, নিজে ৰাখিম ?"

"নিজকে চাই কি কৰিম ? বৰঞ্চ আপোনাৰ যদি চেল্‌ফ প্ৰট্ৰেইট এটা

"কিন্তু আপোনাৰ স্বামী আছে আৰু মই এটা লাওাচাৰ মানুহ। মই সকলোতকৈ ঘৃণা কৰোঁ নৈতিকতাক—মানুহক মুক্ত পুৰুষ হ'বলৈ বাধা দিয়া এই 'অমুকটো কৰিব নেপায়'বোৰক। গতিকে মোৰ ছবি আপোনাৰ লগত থাকিব নেলাগে।"

"মই ৰিস্ক ল'ম।"

"ঠিক আছে।"

ভাস্বৰ গোহাঁয়ে তাৎক্ষণিক মন সংযোগ আনি নিজৰ এটা স্কেচ আঁকি ৰীমাৰ হাতত দিলে। হঠাতে দুটা অন্তৰ কিছু সময়ৰ কাৰণে অজানিতে সংযোগ ঘটিল।

হাতীঘুলি ৰিজাৰ্ভড ফৰেষ্টত এতিয়া ঘোৰ অন্ধকাৰ। বিট হাউছত জ্বলি থকা লেমৰ পোহৰে এই অন্ধকাৰৰ তীব্ৰতাহে বঢ়াইছে।

ৰাতি নটা বাজিল। ঠিকাদাৰ কাকতি আৰু উকিলজন নোলা-লহি। চহৰত বৰ মেৰপাক থকা 'কেচ' আছে কিজানি। কিন্তু ঠিকাদাৰ জন কেনে ধৰণৰ গিৰিয়েক ? গহন বনত ইমান সুন্দৰ ঘৈণীয়েৰজনীক অকলে এৰি থৈ যাব লাগেনে ?

বন্দনে ভাস্বৰক গিলাচত মদ বাকী দি আছিল। তেওঁ সুধিলে "কি ৰকম ঠিকাদাৰ অ' ? খবৰেই নাই দেখোন। ঘৈণীয়েকৰ বিপদ হ'ব বুলি নেজানে নেকি ?"

বন্দনে স্বল্প কথা ক'লে, "কি আৰু ক'ব, ছাৰ, ধনী মানুহবোৰে হোম পুৰি অনা তিৰোতাকো স্থাবৰ সম্পত্তি বুলিহে ভাবে। আপুনি ভালেই কৰিছে, বিয়া নকৰাই।"

"এতিয়া বন্ধা-বঢ়া হ'লনে ?"

"আগতে হ'ল। খায় যদি মাংসৰ জোলকণ গৰম কৰি দিওঁ।"

"তেওঁ খালেনে নাই ?"

"নাই খোৱা।"

"কিয় ?"

"ক'ব নোৱাৰো।"

"কিজানি গিৰিযেকৰ কিবা অৎস্তৰ হৈছে বুলি উদ্বিগ্ন। গতিকে বন্দন তেওঁক আশ্বাস দিয়াৰ দৰ্কাৰ। আমি ডাইনিং টেবুলত একেলগে ভাত খাম বুলি কবি।"

দুয়ো নীৰৱেই ৰাতিৰ আহাৰ গ্ৰহণ কৰিলে। কিন্তু চকুৰে বহুত কথাই ক'লে।

উদৰস্থ প্ৰচুৰ হুইস্কিযেও ড ভাস্কৰ গোহাঁইক শুৱাব নোৱাৰিলে। তেওঁৰ এটাই চিন্তা। ঠিকাদাৰ কাকতি আহিলনে বাৰু? চন্দন শোৱা নাছিল। কীৰ্ত্তন পাঠ কৰি আছিল

হেন শুনি জাম্ববন্ত
ঠাইলা মহা বলৱন্ত।
নিচিনি স্বামীক পাছে
ধৰিলন্ত যুদ্ধ বাছে।
সামান্য মনুষ্য বুলি

তেওঁ গাড়ীৰ শব্দ শুনা নাই গতিকে ঠিকাদাৰ আৰু উকীল অহাযোৱাহি নাই। তেওঁ সিটো কোঠাৰ দুৱাৰত টোকৰ দিলে। বীমাও শোৱা নাই। তাই প্ৰতিটো শব্দ অনুসৰণ কৰি আছিল। তাই কোন বুলি ভয়ার্ত নাইবা কৌতুহলাক্ৰান্ত হোৱাৰ এটা আৱাজ নকৰি লাহেকৈ দুৱাৰখন খুলি দিলে। হাতত লেমটো। লেমে পোহৰাইছে এটা গোপন মিচিকণি?

"মিঠাৰ কাকতি নাছিল ?"

"আৰু অহাৰ আশা নাই। কৰ'বাত থাই বৈ ৰেছচ হৈ পৰি আছে বোধহয়।"

"আপুনি কনট্ৰল কৰিব নোৱাৰিলে ?"

"সেইবোৰ বহুত কথা।"

"তেনেহ'লে বেয়া নেপায় যদি আহক মিছেছ কাকতি।"

"ক'লৈ যাম ?"

"আহক, মোৰ কোঠালৈকে। আৰু বহুত কথা ক'ম।

দুপৰ নিশা। হাতীঘুলি হাবিত ঘোৰ অন্ধকাৰ আৰু নিশাচৰ প্ৰাণীৰ ৰাজত্ব, ছুচুৰ বিকট মাত। কোনোবা আহত পশুৰ আৰ্তনাদ। বনৰীযা কুকুৰৰ আৰাও। চৌদিশে নিশাৰ গোপন ভয়াৱহতা। আৰু মুখামুখিকৈ লেমৰ অস্পষ্ট পোহৰত দুটি মন্ত্ৰমুগ্ধ মানব প্ৰাণী।

আচৰিত কথা। কিন্তু স্বাভাৱিক। বিনা বাধাই ৰীমাই বাসনাৰ সমগ্ৰ উগ্ৰত্ত বে নিজক সঁপি দিলে।

ৰাতি পুৱাবৰ হ'ল। গাঁৱত ডাঙৰ-দীঘল হোৱা ড ভাস্কৰ গোহাঁইৰ 'কেলি গোপাল'ৰ এটি বিৰহৰ গীত মনত পৰিল

কুকুৰা আৰাৱ কৰে জানি ৰজনী শেষ
ভাহান্কু শপয় পুতমাথে।
আজু বৈৰিনী নিশি নিমিষেক পুহায়িলি
হামাকো তেজল প্ৰাণনাথে॥

নিৰ্দয় ৰাতিটো পুৱাল। তেওঁলোকৰ বহুত আঁচনি। ঠিকাদাৰ যদি নাহে, তেন্তে তেওঁ পাছৰ ৰাতি দুটা লেমৰ পোহৰত ছবি আঁকিব—তাইৰ আবৃত, অৰ্দ্ধাবৃত আৰু অনাবৃত দেহৰ। তেওঁ বাৰে বাৰে ক'লে, "ৰীমা গুৱাহাটী বৰ ডাঙৰ ঠাই হৈছে। টাউন গুচি এতিয়া চিটি মহানগৰ। গতিকে ঠিকনাটো ভালকৈ দিবা। ফোন নম্বৰো দিবা। And this

shouldn't be the beginning of an end of our relation আৰম্ভ কৰিবা চোন, বীমা, তুমি কিমানলৈ পঢ়িছিলা ?"

তাই ক'লে, "আজিকালিতো বেছিভাগ ছোৱালীয়েই বি এ বা বি এছ চি পাছ।"

তেওঁ ক'লে, "এৰা, মই তোমাক শিক্ষাৰ কথা সুধি ভুলেই কৰিছোঁ। ডিগ্ৰী লৈয়ো এজন মানুহ বা এজনী তিৰোতা অশিক্ষিত হৈ থাকিব পাৰে।"

বন্দনৰ আগৰ স্বভাৱটো যোৱা নাই। সাৰ পাযেই সি শোৱাপাটিতে বৰগীত এটা গাই লয়। তাৰ গীতটো শুনিবলৈ পোৱা গ'ল—

পৰভাতে শ্যামকানু ধেনু লৈযা সঙ্গে।
বংশীৰ নিনাদে বৃন্দা বনে চলে ৰঙ্গে॥

গীতটোৱে তেওঁলোকৰ কাৰণে সংকেতৰ কাম কৰিলে। বন্দনে শোৱাৰ পৰা উঠি দাঁত মাজি মাজি চৌহদত এপাক মৰাৰ আগতেই বীমা নিজ কোঠাত সোমালগৈ। ভাস্কৰ গোহাঁইৰ মনটো উকণ্ডা উকণ্ডা লাগিল। জীৱনত কিবা এটা হেৰুৱাৰ বেদনা তেওঁ প্ৰথম উপলব্ধি কৰিলে। এক মধুৰ উপলব্ধি।

বন্দনে বেড টি দিলেহি। তাকে পান কৰি ভাস্কৰ গোহাঁয়ে মধুৰ অলস ভাব এটা লৈ এনেযে কিছু সময় বহি থাকিল।

চাওতে চাওতে বেলিটো ওপৰলৈ উঠিলেই। তেওঁ ঘড়ীটোলৈ চালে। ন বাজি দহ মিনিট। বন্দন আক' পুৱাবেলাৰ কামবোৰত লেহেম। সি দহমান বজাতহে ব্ৰেকফাষ্ট দিব পাৰে। তেওঁ বাৰাণ্ডাত একেখন চকীতে বহিল। তাকে দেখি বীমা ওচৰৰ চকীখনতে বহিব বুলি তেওঁ আশা কৰি থাকিল।

কিন্তু খন্তেকতে সকলো ওলট-পালট হৈ গ'ল। চৌহদত মাখন-বৰ্ডী কণ্টেছাখন সোমালহি। হৰ্ণ বাজিল। বন্দনে হুৰমুৰকৈ ওচৰলৈ আহি গাড়ীৰ দুৱাৰখনৰ চালাম ঠুকিলেহি। ভাস্কৰ গোহাঁয়ে মানুহজনলৈ

চালে। নিয়মীয়া ওখ লোধোমা মানুহ এটা। মুখত বসন্তৰ দাগ। বয়স পঞ্চাশৰ ওচৰা-ওচৰি। ৰঙা পৰি থকা দুটা ধূৰ্ত চকু। দেখিলেই বিৰক্তি জন্মা এটা চেহেৰা। সকলোৰে চকুত কিজানি সি কুৎসিত। মাতটো ভগা কাঁহৰ বাচনৰ পৰা ওলোৱা মাতৰ দৰেই।

মিষ্টাৰ কাকতিৰ লগত এতিয়া উকিলজন নাই। কোঠাটোত সোমায়ে তেওঁ হুলস্থুল লগালে। বন্দনকো চিঞৰিলে। ভাস্কৰ গোহাঁয়ে অনুমান কৰিলে যে তেওঁলোক এতিযাই যাবগৈ। ড্ৰাইভাৰটোৱে কেইপদমান বস্তু গাড়ীৰ ডিকিত ভৰালেই।

তেওঁ বন্দনৰ মাতটো শুনিলে, "ছাৰ ব্ৰেকফাষ্ট খাই নেযাব জানো?" মিষ্টাৰ কাকতিৰ কৰ্কশ মাতটো শুনা গ'ল "দে বাক।"

ডাইনিংৰুমত ৰীমাই গিৰিযেকৰ লগত ভাস্কৰ গোহাঁইক পৰিচয় কৰাই দিলে। মিষ্টাৰ কাকতিয়ে অত্যন্ত শীতল উদাসীনতাৰে তেওঁৰ লগত কথা পাতিলে।

গাড়ীত সকলো বস্তু বোজাই হ'ল। গাড়ীখনে গেটৰ ফালে মুখ কৰিলে। ৰীমা আৰু মিষ্টাৰ কাকতি ওলাই আহিল। ভাস্কৰ গোহাঁই থিয হ'ল। কাকতিয়ে যাওঁ দেই বুলি মাত দিলে। কিন্তু ৰীমাই একোৱেই ক'ব নোৱাৰিলে। চকুলোও লুকুৱাব নোৱাৰিলে। ঠিকাদাৰ স্বামীৰ চকুত পৰে বুলি তাই থিতাতে চকুলো মচিলে। তেওঁলোক গাড়ীত উঠিলগৈ।

গাড়ীখন ওলাই যোৱাৰ পিছত বন্দনে কাঠৰ গেটখন বন্ধ কৰিলে। সি গোহাঁইৰ ওচৰলৈ আহি সুধিলে, "ছাৰ, আপুনি মানুহজনীক কি যাদু কৰিলে? তেওঁৰ মাত থোকাথুকি হ'ল। শেষত গিৰিয়েকৰ ধমকহে খালে- চুপ হাৰামজাদী বুলি।"

ইয়াকে কৈ ভাস্কৰ গোহাঁইৰ মুখত মনৰ বাতৰি ল'বলৈ চেষ্টা নকৰি সি হাফপেণ্টৰ জেপৰ পৰা সৰু কাগজ এখিলা উলিয়াই ক'লে, 'বাইদেৱে এইখন আপোনাক দিবলৈ কৈছে।"

ভাস্কৰ গোহাঁয়ে কাগজখন পঢ়ি গ'ল—

কলঙ্কিনীক মনৰ পৰা নাইকীয়া কৰক। মই বীমাও নহয়, মিছেছ কাকতিও নহয়। কিন্তু গৃহিণী হোৱাৰহে দুৰ্বাৰ বাসনা। দুৰ্ভাগিনীৰ সেয়া নহ'ল। মোৰনো ঠিকনা দিওঁ কেনেকৈ? মোক এঠাইৰ পৰা অনা হৈছিল মাত্ৰ। এনে এজনী মানুহৰ ঠিকনাক নিশ্চয় আপুনি মূল্য নিদিব।

+++++